# দে হ লী




[ 'দেহলী'ক প্ৰথমে বাৰ্ষিকী আলোচনীৰ ৰূপত প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। বৰ্তমান এই সিদ্ধান্ত পৰিবৰ্তন কৰি সন্মিলনৰ স্মৃতিগ্ৰন্থ ৰূপেহে প্ৰকাশ কৰা হ'ল। ]

সম্পাদনাত

**প্ৰণৱকুমাৰ খাউণ্ড**

নৱেম্বৰ, ১৯৬৫

# দে হ লী

॥ স্মৃতিগ্ৰন্থ ॥

অসমীয়া ছাত্ৰ সন্মিলন

দিল্লী

প্ৰথম প্ৰকাশ
নৱেম্বৰ ১৯৬৫

পৰিবেশক
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী

প্ৰচ্ছদপট-শ্ৰীবেণু মিশ্ৰ

শ্ৰীগুৰু প্ৰেছ(গুৱাহাটী-১১)ত মুদ্ৰিত

বেচ তিনি টকা

## দিল্লী অসমীয়া ছাত্ৰ সন্মিলনৰ বিষয়ববীয়াসকল

১৯৬৩-৬৪ চন

পৃষ্ঠপোষক : শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী
সভাপতি : শ্ৰীসূৰ্য্যকমল ফুকন
সম্পাদক : শ্ৰীদিলীপকুমাৰ বৰুৱা
সহকাৰী সম্পাদক: শ্ৰীমনোৰঞ্জন বেজবৰুৱা
কোষাধ্যক্ষ : শ্ৰীদিলীপকুমাৰ বৰুৱা
হিচাপ পৰীক্ষক : শ্ৰীমুকুণ্ডকাম শৰ্মা
কাৰ্য্যনিৰ্বাহক সমিতিৰ সদস্য :
শ্ৰীনগেন হাজৰিকা
শ্ৰীঅনায়ক জেম্চ্ টায়েং
শ্ৰীলালুপ্ৰসাদ উপাধ্যায়
শ্ৰীমতী সঙ্গীতা বৰুৱা

১৯৬৪-৬৫ চন

পৃষ্ঠপোষক : শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী
উপদেষ্টা : শ্ৰীমতী দেৱী বৰুৱা
শ্ৰীযোগেন হাজৰিকা
সভাপতি : শ্ৰীজিতেন্দ্ৰগোপাল বৰপূজাৰী
সম্পাদক : শ্ৰীজ্যোতিপ্ৰসাদ ৰাজখোৱা
সহকাৰী সম্পাদক : শ্ৰীঅৰূপকুমাৰ দত্ত
শ্ৰীমতী বেণুকা ফুকন*
কোষাধ্যক্ষ : শ্ৰীটাবুৰাম টাইড
হিচাপ পৰীক্ষক : ডঃ লক্ষ্মীনাথ বৰুৱা
কাৰ্য্যনিৰ্বাহক সমিতিৰ সদস্য :
শ্ৰীমতী কল্যাণী বৰুৱা
শ্ৰীপ্ৰণৱকুমাৰ খাউণ্ড
শ্ৰীদুলাল ৰয়
শ্ৰীঅশোক শইকীয়া

* ফুকনৰ মৃত্যুত তেঁখেতৰ পৰিবৰ্তে শ্ৰীভদ্ৰকান্ত নাথক সহকাৰী সম্পাদক মনোনীত কৰা হয়।

# ভূমিকা

সাহিত্যক্ষেত্রত 'দেহলী' দিল্লীৰ অসমীয়া ছাত্ৰ সন্মিলনৰ প্ৰথম পদক্ষেপ। যথাৰ্থতে ১৯৬৩ চনতে ইয়াৰ প্ৰকাশৰ যো-জা কৰা হৈছিল। অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱৰপৰা ইয়াৰ বাবে পাঁচশ টকাৰ এটি অনুদানো পাইছিলোঁ। কিন্তু বহুতো বাধা-বিঘিনিৰ সন্মুখীন হ'ব লগীয়া হোৱাত এই কাম সেই সময়ত কাৰ্য্যকৰী হৈ নুঠিল। আমি ইয়াক নিজেই প্ৰকাশ কৰিবলৈও বহুখিনি অসুবিধা বিশেষকৈ অৰ্থৰ অভাৱ অনুভৱ কৰিলোঁ। যিয়েই কি নহওঁক অসমৰ সুপৰিচিত প্ৰকাশক শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱাদেৱে ছাত্ৰসমাজৰ প্ৰতি সহৃদয়তা দৰ্শাই ইয়াৰ প্ৰকাশৰ সমস্ত দায়িত্ব বহন কৰিবলৈ আগবঢ়াত আমি উৎসাহিত হ'লোঁ। তেখেঁত আৰু চলিহাদেৱৰ ওচৰত আমি চিৰকৃতজ্ঞ। তদুপৰি যিসকল স্বনামধন্য লিখকে তেখেতসকলৰ প্ৰবন্ধ-পাতি 'দেহলী'ত প্ৰকাশৰ বাবে দিছে তেখেতসকলৰ প্ৰতি আমি আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। আমাৰ প্ৰচেষ্টাৰ প্ৰতি শুভেচ্ছা জনোৱাৰ বাবে আৰু নানান বিষয়ত দিহা-পৰামৰ্শেৰে অনুপ্ৰাণিত কৰাৰ বাবে সৰ্বশ্ৰী উপেন্দ্ৰচন্দ্ৰ লেখাৰু, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, ৰাধিকামোহন ভাগৱতী, পদ্ম বৰকটকী, যোগেশ দাস, লগতে সন্মিলনৰ প্ৰাক্তন সম্পাদক দিলীপকুমাৰ বৰুৱা আৰু বৰ্তমানৰ সভাপতি জিতেন্দ্ৰগোপাল বৰপূজাৰীদেৱ আমাৰ শলাগৰ পাত্ৰ।

আমাৰ ঐকান্তিক চেষ্টাৰ ফলস্বৰূপে 'দেহলী'য়ে ৰাইজৰ মৰম বিচাৰি প্ৰকাশৰ পথলৈ আহিছে। তাকে লাভ কৰাতেই আমাৰ সন্তুষ্টি আৰু সিয়েই আমাৰ অনুপ্ৰেৰণাৰ স্থল। ধন্যবাদ।

দিল্লী
৪।৩।৬৫

প্ৰণৱকুমাৰ খাউণ্ড

আমি এটি নতুন প্ৰভাতৰ বাবে কাম কৰিছোঁ, কিন্তু দীঘল নিশা শেষ হোৱা নাই; নাজানো আৰু কিমান পৰ বাকী। জাতীয় যুদ্ধত অগ্ৰণী হৈ আমাৰ বহুতেই সেই প্ৰভাত দেখিবলৈ নাথাকিবও পাৰোঁ, কিন্তু ই যে আহিব ধ্ৰুৱ। ইতিমধ্যে পথ পোহৰ কৰি ৰাখিবলৈ আমাৰ বন্তি জ্বলাই ৰাখিব লাগিব। মই জানিব বিচাৰোঁ মোৰ দুৰ্বল হৈ অহা হাতৰপৰা এই বন্তি ধৰিবলৈ তোমালোকৰ কিমানে আগবাঢ়ি আহিবা। এই কামৰ যেন যোগ্য হোৱা।

—জৱাহৰলাল নেহৰু

VICE-PRESIDENT
INDIA
NEW DELHI
September 1, 1964.

Dear Shri Khound,

Thank you for your letter of date.

I send my best wishes for the success of your Magazine.

Yours sincerely,

Zakir Hussain

Shri Pranab Kr. Khound,
Editor, Magazine Section,
Assamese Students' Association,
C/o St. Stephen's College,
Room No. Q 6,
Delhi—6.

VICE-CHANCELLOR
UNIVERSITY OF DELHI
DELHI—6
August 7 1964.

I am glad to learn that the Assamese Students' Association of Delhi is going to begin to publish a yearly magazine from this year. Although sectional magazines run the risk of parochialism, there is also need for distinctive regional contributions to national integration, and Assam has much to give in this respect. I hope the magazine will also give full scope to the creative talents of Assamese Students. I wish the new venture every success.

C. D. Deshmukh

দিল্লী-নিবাসী অসমীয়া ছাত্ৰ সন্মিলনে এখন বাৰ্ষিকী আলোচনী প্ৰকাশৰ কাম হাতত লোৱা বুলি জানিব পাৰি মই নথৈ আনন্দিত হৈছোঁ। ভাৰতৰ ৰাজধানীৰপৰা অসমীয়া ছাত্ৰসকলে এনে এখনি আলোচনী প্ৰবাশ কৰিবলৈ যো-জা কৰাটো সঁচাকৈয়ে সন্তোষজনক কথা। মই ছাত্ৰসকলৰ এই উদ্যম আৰু প্ৰচেষ্টাৰ শলাগ লৈছোঁ।

মই আলোচনীখনৰ শ্ৰীবৃদ্ধি কামনা কৰিলোঁ।

শ্ৰীবিমলাপ্ৰসাদ চলিহা

মুখ্যমন্ত্ৰী, অসম।

দিল্লীবাসী অসমীয়া ছাত্ৰ-ছাত্ৰী সন্মিলনে বাৰ্ষিকী আলোচনী এখন প্ৰকাশ কৰিবলৈ উদ্যোগ কৰাটো অসমীয়া মাত্ৰকৰে অতি সুখকৰ সুসংবাদ। তেওঁলোকৰ এই সদ্‌ প্ৰচেষ্টাৰ সৰ্বান্তঃকৰণেৰে বিপুল সাফল্য কামনা কৰাৰ বাহিৰে আমাৰ আন কি বাণী হ'ব পাৰে? মই মোৰ হিয়াতলি উবুৰাই তাকে দি পঠালোঁ। দিল্লীবাসী অসমীয়া ছাত্ৰ-ছাত্ৰীসকলৰ এই উদ্যোগ ধন্য হওঁক। লগতে আন এটা বিশেষ বাণীও দি পঠালোঁ এই আশা কৰি যে দিল্লীবাসী অসমীয়া ছাত্ৰ-ছাত্ৰী সমাজৰ গভীৰ মনোযোগ সি আকৰ্ষণ কৰিব। সেই বাণীটো হৈছে এইঃ—বৰ্তমান সমাজত কলা-সংস্কৃতিৰ নামত কলঙ্ক সানি যৌন-কামনাৰ অনুশীলনৰ দ্বাৰা ভোগ-বিলাসৰ মণ্ডপ সাজি তাৰ ওপৰত সামাজিক দুৰ্নীতিক পূজা কৰি যি নিলাজ সাহসিকতাৰ নিৰ্ভয় উন্মাদনাৰে প্ৰচণ্ড ক্লেদৰ ধল উথলাই থকা হৈছে, তাৰ কেলেঙ্কৰীয়া প্ৰভাৱ যেন দিল্লীবাসী অসমীয়া ছাত্ৰ-ছাত্ৰীসকলে সৰ্বতোভাৱে প্ৰতিৰোধ কৰি, প্ৰচণ্ড নিজস্ববোধৰ প্ৰেৰণাৰে পৱিত্ৰ প্ৰেৰণাৰে নিজৰ মানসিক আৰু শাৰীৰিক নিটোল স্বাস্থ্য আহৰণৰ দ্বাৰা বিশ্ব-মানৱ সেৱাৰ অভিমুখে অজেয় বীৰ দাপেৰে ধাৱমান হোৱাৰ শক্তিমন্ত যোগ্যতা লাভ কৰিবলৈকে কায়-মনোবাক্যেৰে সাধনা কৰাত মনোযোগ দিয়ে। নিজস্ববোধৰ পৱিত্ৰতা নিশ্চিন্তকৈ প্ৰখৰ নহ'লে, বিশ্ববোধৰ আকাঙ্ক্ষা ভুৱা হ'ই পৰে।

শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী

## স্মৃতিৰ চকুলো

বিগত বছৰৰ সোঁতত কেইবাগৰাকীও মহান ব্যক্তিৰ জীৱনৰ অৱসান ঘটিল। ভাৰত তথা বিশ্বৰ ৰাজনীতিক্ষেত্ৰত এটি যুগৰ অৱনতি ঘটাই ৭ মে'ৰ দিনা আঁতৰি গ'ল জৱাহৰলাল নেহৰু। আকৌ ইয়াৰ কিছু আগে-পিচাকৈ অসমীয়া ভাষা-সাহিত্য আৰু সাংস্কৃতিক জগতত বিৰাট ৰিক্ততাৰ সৃষ্টি কৰি আঁতৰি গ'ল ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, পাৰ্বতীপ্ৰসাদ বৰুৱা, ডঃ ৰাধানাথ ফুকন, ডঃ সূৰ্য্যকুমাৰ ভূঞা, যতীন্দ্ৰনাথ দুৱৰা আৰু সাংবাদিক কেদাৰনাথ গোস্বামীদেৱ। তেখেতসকলৰ লগত আমাৰ ঘনিষ্ঠ সম্পৰ্ক আছিল আৰু আটাই কেইজনৰ পৰাই নানা বিষয়ত সহায়-সহানুভূতি, দিহা-পৰামৰ্শ পাই আহিছিলোঁ। গতিকে তেখেত-সকলৰ মৃত্যু আমাৰ বাবে ডাঙৰ ক্ষতি। তাৰ শোক মাৰ যাওঁতে নাযাওঁ-তেই আকৌ সিদিনা ৫ চেপ্তেম্বৰ তাৰিখে সন্মিলনৰ সহকাৰী সম্পাদিকা ৰেণুকা ফুকনেও ইহলীলা সম্বৰণ কৰিলে। ফুকন দিল্লী আইন কলেজৰ ছাত্ৰী আছিল আৰু এই বছৰহে মাথোঁ ভৰ্তি হৈছিলহি। নিচেই কম সময়ৰ ভিতৰতে ফুকনে আমাক এৰি থৈ গ'ল.... সেয়েহে আমাৰ প্ৰাণে কান্দে।

তেখেতসকলৰ আত্মাই চিৰশান্তি লাভ কৰক, এয়ে পৰমপিতাৰ ওচৰত প্ৰাৰ্থনা।

● এই সংখ্যাত আগবঢ়াইছে ●

# প্ৰবসুৱাৰ গীত

স্বৰ্গীয় পাৰ্বতীপ্ৰসাদ বৰুৱা

মন মোৰ কেনেবা কৰে !
দূৰণি দেশত প্ৰবসুৱা মই,
ঘৰলৈ মনত পৰে ।

আমাৰ পঁজাৰ পিৰালি কাষত
মাধৱীলতাৰ পাতৰ আঁৰত
পোহৰে ধেমালি কৰে ;
মোৰ নিতৌ মনত পৰে ।

জোনাক নিশাত দূৰণি গাঁৱত
কোনোবাই পেঁপা বায়,
বিদেশৰপৰা সেই সুৰ মোৰ
শুনিবৰ মন যায় ।

ঘৰ-চিৰিকাই কুটা কঢ়িয়াই
মোৰ খিৰিকীত নিতে আহে যায়,
ঠেও দি নাচোন ধৰে;
মোৰ নিতৌ মনত পৰে ॥

# জৱাহৰলাল নেহৰু

বিজয়চন্দ্ৰ ভাগৱতী

বিশ্ববিশ্ৰুত বৈজ্ঞানিক এইনষ্টেইনে মহাত্মা গান্ধীৰ মহিমামণ্ডিত, শুভ্ৰ-নিৰ্মল জীৱন সম্পৰ্কে আলোচনা কৰি কৈছিল, ''ভৱিষ্যত পুৰুষৰ লোক-সকলে বিশ্বাস কৰিবলৈ টান পাব যে তেজ-মঙহৰ এনে এজন মানুহ এদিনা-খন এইখন পৃথিৱীৰ মাটিতে পাৰ বুলাই ফুৰিছিল।'' সেই সুৰতে পণ্ডিত জৱাহৰলাল নেহৰু সম্পৰ্কেও কব পাৰি যে কিছুদিনৰ পাচত মানুহে বিশ্বাস কৰিবলৈ টান পাব যে এজন ৰাষ্ট্ৰনেতাই অকল নিজৰ দেশতে নহয়, পৃথিৱীৰ সকলো দেশৰে সাধাৰণ মানুহৰ ইমান বেচি ভালপোৱা পাব পাৰিছিল। দৰাচলতে, নেহৰুজীৰ ব্যক্তিত্বত এনে এটা কিবা গুণ আছিল যাৰ গুণত তেওঁ জনসাধাৰণৰ অতি আপোনজন হৈ পৰিছিল। তেওঁৰ হাতত ৰাষ্ট্ৰক্ষমতা আছিল কাৰণে যে তেওঁ জনপ্ৰিয়তা লাভ কৰি-ছিল, এনেও নহয়। ভাৰতৰ শাসনৰ দায়িত্ব লোৱাৰ আগতেও তেওঁ ভাৰতৰ বাইজৰ অতি আদৰৰ নেতা আছিল। স্বাধীনতা আন্দোলনৰ সময়ত ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ যেতিয়া ফুৰিছিল, তেতিয়া বহুত ঠাইত তেওঁ খং খাই উৎপাত ঘটোৱাৰ কত কাহিনীয়েই যে শুনা যায়! কিন্তু এনেকৈ খং কৰিলেও কোনেও তেওঁক বেয়া পাব নোৱাৰিছিল, বৰঞ্চ তেওঁৰ খঙৰ পাত্ৰ হব পৰাতোও সৌভাগ্যৰ কথা বুলিহে ভাবিছিল। স্বাধীনতাৰ পাচত ভাৰতৰ যি শাসন ব্যৱস্থাৰ তেওঁ গুৰিয়াল, সেই শাসন ব্যৱস্থাৰ নানা দোষ-ক্ৰটীৰ কথা মানুহে কয়, কিন্তু তাৰ কাৰণে বিৰোধী দলৰ লোকসকলেও নেহৰুক দোষ দিবলৈ ভাল নাপায়। নেহৰু সম্পৰ্কে মানুহৰ এনে পক্ষপাতিতাৰ কাৰণ কি?

নেহৰুৰ ব্যক্তিত্বৰ যি গুণত তেওঁক সকলোৱে ইমান ভাল পাইছিল সেই গুণ যেন তেওঁ স্বাভাৱিকতে পাইছিল। আচলতে ই তেওঁৰ জীৱনৰ



সাধনাৰ সম্পদ। হেৰো আৰু কেম্ব্ৰিজত পঢ়ি আহিলেও, সৰুতে ঘৰত পশ্চিমীয়া ধৰণে আভিজাত্য শ্ৰেণীৰ উচচ খাপৰ জীৱন যাপন কৰিলেও, নেহৰুৱে সাধাৰণ মানুহৰ জীৱনৰ লগত নিজক মিলাই দিব পাৰিছিল। অৱস্থাৰ পাৰ্থক্য সত্ত্বেও গভীৰ সহানুভূতিৰ বান্ধনে তেওঁ-লোকক এক কৰি পেলাইছিল। সেইকাৰণে জনসাধাৰণৰ অন্তৰৰো অন্ত-ৰত তেওঁ ঠাই পাইছিল। তেওঁৰ ভুল-চুক, দোষ-ক্ৰটীও সাধাৰণে তেওঁ-লোকৰ নিজৰ ভুল-চুক, দোষ-ক্ৰটী বুলি ভাবিছিল। নেহৰু বুদ্ধি-বৃত্তি স্বভাৱ, ধৰণ-ধাৰণ আদি বহুত বিষয়ত, সাধাৰণৰ কথাই নাই, তেওঁৰ লগৰীয়াসকলৰ পৰাও বহুত বেলেগ, বহুত ওপৰত; কিন্তু ইমান পাৰ্থক্য সত্ত্বেও সকলোৱে তেওঁক নিজৰ অতি আপোন বুলি ভাবিছিল। সদায় দেখি থকা মানুহেও তেওঁক চাবলৈ হিল-দল ভাঙি গৈছিল। তেওঁৰ কথাবিলাক কিছু বুজিছিল, কিছু নুবুজিছিল। কিন্তু বাগ্মিতা নাথাকি-লেও, তেওঁৰ কথা শুনি ভাল পাইছিল। এয়ে আছিল নেহৰু-চৰিত্ৰৰ বৈশিষ্ট্য।

ক্ষমতা হস্তগত কৰাৰ উদ্দেশ্যে দল বন্ধাৰ আৰু ভিৰ ভাঙি আনক ঠেলি পিচ পেলাই আগবঢ়াৰ নানা কূট-কৌশলৰ মিকেইভেলীয় ৰাজনীতিৰ কথা আমি সততে শুনিবলৈ পাওঁ। এই বাটেদি ৰাজনৈতিক জীৱনত কৃতকাৰ্য্যতা লাভ কৰাৰ বহুতো দৃষ্টান্তও ইতিহাসত আছে। আন ৰাজ-নৈতিক দলৰ বিৰুদ্ধেই নহয়, নিজৰ ৰাজনৈতিক দলৰ ভিতৰতো নেতৃত্ব বজাই ৰাখিবলৈ নানা অভিসন্ধি কৰাৰ দৃষ্টান্তও নোহোৱা নহয়। বিপ্লৱ কৃতকাৰ্য্য হোৱাৰ পাচত, ৰাষ্ট্ৰ শাসনৰ অধিকাৰ একচেটিয়াভাৱে দখল কৰিবৰ অৰ্থে সৰ্বপ্ৰধান নেতাসকলৰ ভিতৰত এজনে আনজনক নিৰ্মূল কৰিবলৈ কেনেকৈ ষড়যন্ত্ৰ কৰিছিল, ফৰাচী আৰু ৰুচবিপ্লৱৰ পিচৰ ইতি-হাসৰ ঘটনাই তাৰ সাক্ষী দিয়ে। কিন্তু ক্ষমতা হস্তগত কৰাৰ কোনো-ভাব নাৰাখিও এজন মানুহ কেনেকৈ সকলো ক্ষমতাৰ অধিকাৰী হব পাৰে, নেহৰুজীৰ ৰাজনৈতিক জীৱনে সেই কথাই পৃথিৱীক দেখুৱাইছে। কোনো ৰাজনৈতিক চল-চাতুৰিৰ লগত কোনো প্ৰকাৰৰ সম্পৰ্ক নৰখাকৈ ৰাজনৈতিক কৃতকাৰ্য্যতা লাভৰ ই এটা অপূৰ্ব দৃষ্টান্ত। একমাত্ৰ জনসাধাৰণৰ ভাল-পোৱাৰ ওপৰত প্ৰতিষ্ঠিত এই নেতৃত্ব। সাধাৰণ নিৰ্বাচনৰ পাচত, কোনোবাৰেই নিজৰ দলৰ নেতৃত্ব লাভৰ কথা নেহৰুজীয়ে কেতিয়াও ভাবিব লগা হোৱা নাছিল। কিয়নো, ৰাজনৈতিক দল নিৰ্বিশেষে সমগ্ৰ জাতিৰ তেওঁ অপ্ৰতিদ্বন্দ্বী নেতা আছিল। তেওঁ আছিল সদায়েই মুকুট বিহীন ৰজা। প্ৰধান মন্ত্ৰীৰ পদৰ দায়িত্ব আপোনা আপুনি তেওঁৰ

ওপৰত ন্যস্ত হৈছিল। তাৰ কাৰণে তেওঁ এখোজো আগবাঢ়িব লগা হোৱা নাছিল।

দ্বিতীয় মহাযুদ্ধৰ প্ৰাৰম্ভত, ইউৰোপৰ ৰাজনৈতিক মহলত যেতিয়া হিটলাৰ, মুছোলিনী সৰ্বপ্ৰধান হৈ উঠিছিল, বৃটিচ প্ৰধান মন্ত্ৰী চেম্বাৰলেনে যেতিয়া তেওঁলোকৰ তোষণ নীতি লব লগা হৈছিল, সেই সময়ত পণ্ডিত নেহৰু ইউৰোপলৈ যাওঁতে, ইটালীৰ সৰ্বাধিনায়ক মুছোলিনীয়ে তেওঁক ৰোমত সোমাই যাবলৈ নিমন্ত্ৰণ জনাইছিল। পণ্ডিত নেহৰুৱে সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিছিল। তেওঁ মুছোলিনীক দেখা নকৰিলে। পৰাধীন দেশ এখনৰ ৰাজনৈতিক নেতা এজনে সেই সময়ত প্ৰতাপী ৰাষ্ট্ৰনায়ক এজনৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰাটো সাধাৰণ কথা নাছিল। কিন্তু পণ্ডিত নেহৰুৱে কেতিয়াও কোনো অৱস্থাতে প্ৰতিক্ৰিয়াশীল শক্তিক প্ৰশ্ৰয় নিদিছিল। তেওঁ নিজৰ আদৰ্শৰ ওপৰত গভীৰ বিশ্বাস ৰাখিছিল। সেই সময়ত ইউৰোপৰ বহুত ৰাজনীতিকে নুবুজিলেও, পণ্ডিত নেহৰুৱে ফেচিজিম্ আৰু নাজীজিমৰ সৰ্বনাশীয়া পৰিকল্পনাৰ কথা বুজিছিল।

এই ঘটনাটোৱে এফালেদি নেহৰুৰ আদৰ্শনিষ্ঠা আৰু প্ৰগতিবাদী চিন্তাধাৰাৰ, আন ফালেদি আন্তৰ্জাতিক ৰাজনীতিৰ বিশেষ জ্ঞানৰ পৰিচয় দিছে। নেহৰুৰ ৰাজনৈতিক জীৱনত তেওঁ কেতিয়াও ৰাজনৈতিক সুবিধা লোৱাৰ ভাবত কাম কৰা নাই। তাৰ কাৰণে বহুত সময়ত অবাস্তৱবাদী বুলি তেওঁৰ সমালোচনা হৈছে। কিন্তু সুবিধাবাদী ৰাজনীতিৰপৰা দেশৰ প্ৰকৃত মঙ্গল হব নোৱাৰে বুলি তেওঁৰ বিশ্বাস আছিল। এই বিশ্বাস তেওঁৰ ৰাজনৈতিক কাৰ্য্যাৱলীত সদায়েই প্ৰকাশ পাইছিল।

কোনো প্ৰকাৰে ক্ষমতা প্ৰয়োগ নকৰাকৈ ক্ষমতাৰ কোনো ভাব নৰখাকৈ পৃথিৱীৰ সৰ্ববৃহৎ লোকতান্ত্ৰিক ৰাষ্ট্ৰ এখনৰ সৰ্বময় কৰ্তৃত্ব লাভ কৰা এই মানুহজনৰ জীৱনী এই যুগৰ বুৰঞ্জীৰ এটা বিশেষ অধ্যায়।

মানুহৰ ইতিহাসত একো একোটা বিপ্লৱে যুগান্তৰ সৃষ্টি কৰে,—নতুন যুগৰ পতাকাধাৰী বিপ্লৱৰ সন্তানসকলক জন্ম দিয়ে। ফৰাচী আৰু আমেৰিকাৰ বিপ্লৱে ৰাজতন্ত্ৰ আৰু ডাঙৰীয়া তন্ত্ৰৰ অৱসানৰ সূচনা কৰিছিল পুঁজিবাদী সমাজৰ আগমনৰ বাতৰি দিছিল। ৰুচ বিপ্লৱে পুঁজিবাদী সমাজ পৰিবৰ্তন কৰি সমাজবাদ প্ৰবৰ্তন কৰাৰ কাৰণে আহবান জনাইছিল। ভাৰতৰ স্বাধীনতাৰ যুদ্ধ এখন পৰাধীন দেশৰ স্বাধীনতা লাভৰ কাৰণে কৰা সাধাৰণ যুদ্ধ মাথোন নাছিল। এই যুদ্ধৰ অস্ত্ৰ আছিল অভিনৱ। ৰণ-কৌশল আছিল সুকীয়া, উদ্দেশ্য আছিল বিশ্বজনীন। ই আছিল বিজ্ঞান আৰু আধ্যাত্মিকতা, ব্যক্তি আৰু সমষ্টিৰ সমন্বয়ৰ ওপৰত



শান্তি, প্ৰগতি স্বাধীনতা আৰু ঐক্যৰ মন্ত্ৰৰে সঞ্জীৱিত নতুন সভ্যতা—মানুহৰ নতুন সমাজ ৰচনাৰ অভূতপূৰ্ব বিপ্লৱ। এই বিপ্লৱৰ অন্তৰ্নিহিত শক্তি অপৰিসীম। কিন্তু ইয়াত ধ্বংসকাৰী জিঘাংসাৰ ভাৱ নাছিল। ইয়াত আছিল গভীৰ প্ৰশান্তি আৰু সৰ্বজনৰ কাৰণে আশীষ বাণী। পশ্চিমৰ সম্পৰ্কলৈ অহাৰ পিচত নতুন আৰু পুৰণিৰ সংঘাত ঘটা মুহূৰ্তত, পাঁচ হাজাৰ বছৰৰ সভ্যতাৰ সৰ্বোচ্চ ভাববিলাকৰ উত্তৰাধিকাৰী ভাৰতৰ জনসাধাৰণৰ অন্তৰত যুগান্তৰৰ হুঙ্কাৰ ধ্বনি হয়। সেয়ে হৈছে গণবিপ্লৱৰ ধ্বনি। গান্ধী-নেহৰু ভাৰতৰ এই গণ-বিপ্লৱৰ সন্তান।

সমগ্ৰভাৱে সাধাৰণৰ অৱচেতন মনত যেতিয়া যি ভাব শক্তিশালী হৈ উঠে, তেতিয়া সেই ভাব দুই এজন ব্যক্তি বিশেষৰ মাজেদি প্ৰকাশ পায়। কোনো কালেই কোনো দেশতেই জননায়কৰ আকস্মিক আবিৰ্ভাৱ হোৱা নাই। গান্ধী-নেহৰুও ভাৰতৰ ৰাজনীতিত আকস্মিক আবিৰ্ভাৱ নহয়। ভাৰতৰ নৰ-নাৰীৰ আত্ম-প্ৰতিষ্ঠাৰ আৰু আত্ম-প্ৰকাশৰ ভাৱৰ তেওঁলোক মূৰ্তিমান অভিব্যক্তি। সেই কাৰণে, গান্ধী বা নেহৰুক সম্যকৰূপে বুজিবলৈ হ'লে এই বিপ্লৱৰ মৰ্ম কথা বুজিব লাগিব। কিয়নো, সেই বিপ্লৱৰ বাণীয়েই তেওঁলোকৰ জীৱনৰ বাণী। তেওঁলোকে যি নতুন যুগ ৰচনা কৰিব খুজিছিল, সেই যুগৰ বাণী।

ইতিহাসৰ কোনো নিগূঢ় উদ্দেশ্য সিদ্ধিৰ কাৰণেই হব পাৰে, সকলো ক্ষেত্ৰতে সদায়েই যুগ-পুৰুষৰ যুগ্ম আবিৰ্ভাৱ। গান্ধী আৰু নেহৰুৰ যুগ্ম আবিৰ্ভাৱেও ইতিহাসৰ প্ৰয়োজন পূৰণ কৰিছে। গান্ধী-নেহৰু পৰস্পৰে পৰস্পৰৰ পৰিপূৰক। নেহৰুৱে গান্ধী মতবাদ সম্পূৰ্ণ গ্ৰহণ নকৰিব পাৰে; কিন্তু সেই মতবাদৰপৰা তেওঁৰ জন্ম আৰু তাতেই তেওঁ লালিত পালিত। নেহৰুজীয়ে নিজেই কৈছে, "We were born and bred, if I may say so, politically in the Gandhian doctrine." কিন্তু নেহৰু গান্ধীৰ অন্ধ অনুসৰণকাৰীও নাছিল। যেতিয়া যি অৱস্থাৰ সন্মুখীন হৈছিল, সেই অৱস্থাত নিজৰ সৃষ্টি প্ৰতিভাৰে নেহৰুৱে দেশবাসীক নতুন বাটৰ সন্ধান দিছিল। লেনিনে মাৰ্ক্সবাদৰ ভেঁটিত বিপ্লৱৰ পিচত ৰাচিয়াৰ অৱস্থাৰ লগত খাপ খোৱাকৈ যেনেকৈ লেনিনবাদ গঢ়ি তুলিছিল, তেনেধৰণেই নেহৰুৱে গান্ধী-মতবাদক নতুন ৰূপ দিছিল।

আন্তৰ্জাতিক ক্ষেত্ৰত পঞ্চশীল আৰু সহ-অৱস্থান, আভ্যন্তৰীণ ক্ষেত্ৰত ৰাষ্ট্ৰীয় ঐক্য, গণতন্ত্ৰ, গণতান্ত্ৰিক পৰিকল্পনা, সমাজবাদ, ধৰ্ম নিৰপেক্ষতা, আধুনিক বিজ্ঞান আৰু কাৰিকৰী বিদ্যা এই কেইটা কথাৰ ওপৰত

নতুনভাৱে জোৰ দি নেহৰুজীয়ে নেহৰুবাদৰ নৱদিগন্ত সৃষ্টি কৰিছিল।

আজিৰ পৃথিৱীৰ তিনিশ কোটি মানুহৰ সকলোৱেই সুখেৰে শান্তিৰে বসবাস কৰিব পৰা উপায় আৰু সম্বল আধুনিক বিজ্ঞানৰ সহায়ত মানুহে পাইছে বা পাব পৰা সম্ভৱ হৈছে। পাৰ্থিৱ জগতত মানুহৰ বুদ্ধিৰে অসম্ভৱক সম্ভৱ কৰি তুলিব পৰা হৈছে। মানুহ গ্ৰহান্তৰলৈ যাব পৰাৰ সম্ভাৱনা দেখা দিছে। কিন্তু মানুহৰ বুদ্ধিৰ ব্যৰ্থতা ইয়াতেইহে যে সকলো ঐশ্বৰ্য্যৰ মাজতো মানুহে শান্তি লাভৰ উপায় পোৱা নাই আৰু আণবিক শক্তি কামত লগাব পৰা বুদ্ধিৰেও মানুহে জাতীয় আৰু আন্তৰ্জাতীয় প্ৰশ্নবিলাক শান্তিপূৰ্ণভাৱে মীমাংসা কৰিব পৰা নাই। তাৰ কাৰণে আদিম মানুহৰ দৰেই পৃথিৱীত সেউজীয়া ঘাঁহনি ৰাঙলী কৰি যুদ্ধ কৰিব লগীয়া হৈয়েই আছে।

মানুহ জাতিৰ সমস্যাৰাশি সমাধানৰ কাৰণে বিভিন্ন দেশে বৰঙনি দিব লগা আছে। ঐশ্বৰ্য্যশালী দেশবিলাকে অনুন্নত দেশবিলাকক বিজ্ঞানৰ আহিলা-পাতি আৰু আৰ্থিক সাহায্য দিব পাৰে। অনুন্নত দেশক দিব লগা যে একো নাই এনে নহয়। ঐশ্বৰ্য্য আৰু অস্ত্ৰ-শক্তিয়ে উন্নত জাতিৰ মনত কেতিয়াবা মাদকতা সৃষ্টি কৰিব পাৰে। বিশ্বজয়ৰ সাম্ৰাজ্যবাদী লালসাত তেওঁলোক দিক্‌বিদিক জ্ঞান-শূন্য হবও পাৰে। তেনে অৱস্থাত অনুন্নত দেশসমূহে বিশ্বমানৱতাৰ স্বাধীনতাৰ আৰু শান্তিৰ বিশ্ব-জনমত গঢ়ি তুলি আৰু শক্তিশালী জাতিসমূহৰ অন্ধ অনুসৰণকাৰী হবলৈ অস্বীকাৰ কৰি, পৃথিৱীৰ প্ৰগতিৰ কাৰণে ডাঙৰ বৰঙনি দিব পাৰে।

অতীত ভাৰতৰ ঐতিহ্য আৰু গান্ধীজীৰ আদৰ্শ অনুকৰণ কৰি ভাৰতেও পৃথিৱীক কিবা এটা দিব লগা আছে—এয়ে আছিল নেহৰুৰ বিশ্বাস। সেই বিশ্বাস লৈ তেওঁ পঞ্চশীল আৰু সহ-অৱস্থানৰ নীতি দাঙি ধৰি পৃথিৱীৰ ৰাজনীতিৰ ধাৰা পৰিৱৰ্তন কৰিবলৈ প্ৰয়াস পাইছিল। তেওঁৰ প্ৰয়াস কৃতকাৰ্য্যও নোহোৱাকৈ থকা নাই। নেহৰুজীৰ আন্তৰ্জাতিক নীতিয়ে আণৱিক শক্তিসম্পন্ন ৰাচিয়া আৰু আমেৰিকা এই দুটা শক্তিৰ মাজৰ অৱিশ্বাসৰ ভাব কিছু পৰিমাণে যে কমাইছিল, তাক কোনেও নুই কৰিব নোৱাৰে। এফালে আইছেনহাৱাৰ বা ডালেচ আৰু আনফালে ষ্টেলিন আৰু মাওৰ নীতিয়ে পৃথিৱীক ক্ৰমে ভয়াবহ যুদ্ধৰ পিনে লৈ গৈছিল তেতিয়া সহ-অৱস্থানৰ নীতিয়েহে সেই অৱস্থানৰ পৰিৱৰ্তন কৰিছিল। সহ-অৱস্থান নীতিৰ প্ৰভাৱত ৰাচিয়া-আমেৰিকাৰ ভাব কিছু ভাললৈ অহাত, পৃথিৱীৰ ৰাজনৈতিক বাতাবৰণ বহুত পৰিমাণে সুস্থ হৈছে। সাধাৰণভাৱে এনে এটা সুস্থ বতৰ সৃষ্টি হোৱাত, চাইপ্ৰাচ, লাওচ, ভিয়েট-



নাম আদি নানা প্ৰশ্ন লৈ আশঙ্কাৰ অৱস্থা সৃষ্টি হ'লেও, ফিৰিঙটিৰপৰা খাণ্ডৱদাহ হোৱা নাই। পৃথিৱী বিখ্যাত দাৰ্শনিক বাৰ্ট্ৰেণ্ড ৰাচেলে নেহৰুজীৰ গুণ লৈ কৈছে যে এই কেইবছৰৰ ভিতৰত নেহৰু-নীতিয়ে পৃথিৱীক কেইবাবাৰো আণৱিক যুদ্ধৰ বিভীষিকাৰপৰা ৰক্ষা কৰিছে।

পৃথিৱীৰ ৰাজনীতিত আজিৰ যুগত ভাৰতৰ এয়ে মহান দান। নেহৰুৰ আন্তৰ্জাতিক নীতিৰ ই ডাঙৰ কৃতকাৰ্য্যতা।

আভ্যন্তৰণ ক্ষেত্ৰত নেহৰুৰ অৱদানৰ লেখ লোৱা টান। স্বাধীনতাৰ আগৰ যুগ গান্ধীৰ যুগ। স্বাধীনতাৰ পিচৰ যুগ গান্ধীৰ উত্তৰাধিকাৰী নেহৰুৰ যুগ। জীৱনৰ সৰ্বোচ্চ মূল্য নেহেৰুৱাকৈ আজিৰ যুগৰ অৱস্থাৰ লগত খাপ খুৱাই নতুন ভাৰত গঢ়াৰ কাম নেহৰুৱে আৰম্ভ কৰি গৈছে। অতীত ভাৰতৰ গৌৰৱ কৰিয়েই তেখেতে ভাল নাপাইছিল। নতুন ভাৰত—আজিৰ খন ভাৰতৰ কথাই তেখেতে বেচিকৈ ভাবিছিল। এবাৰ তেখেতে কৈছিল—

"I have loved India and sought to serve her not because of her geographical magnitude, not even because she was great in the past, but because of my faith in her to-day and my belief that she will stand for truth and freedom and the highest things in life."

আজি ভাৰতক বিশ্বত প্ৰতিষ্ঠা কৰিবলৈ আধুনিক বহুত সম্বলৰ প্ৰয়োজন আছে। কিন্তু সকলোতকৈ বেচি প্ৰয়োজন হৈছে মানসিক জাগৰণৰ। মধ্যযুগৰ মানসিক পৰিৱেশৰ ঠাইত বৰ্তমান যুগৰ মানসিক পৰিৱেশ সৃষ্টি কৰাটো পাৰ্থিৱ উন্নতিৰ কাৰণেও অপৰিহাৰ্য্য চৰ্ত। কৃষিসভ্যতাৰপৰা শিল্পৰ সভ্যতাৰ অৱস্থা সৃষ্টি কৰা, মধ্য যুগৰ কৃষিশিল্পৰ অৱস্থাৰপৰা বৰ্তমান যুগৰ কৃষি-শিল্পৰ অৱস্থা সৃষ্টি কৰা এটা ডাঙৰ বৈপ্লৱিক খোজ। ই ৰাজনৈতিক বিপ্লৱৰ কথা নহয়। উৎপাদন প্ৰণালীৰ আৰু যন্ত্ৰ বিপ্লৱৰ কথা। উৎপাদন প্ৰণালী যন্ত্ৰ বিপ্লৱৰ আগকথা হৈছে বিজ্ঞানৰ গৱেষণা। কোনো জাতিয়ে যদি প্ৰকৃততে উন্নতি কৰিব লাগে, তেন্তে সেই জাতিয়ে সৃজনী প্ৰতিভাৰ উন্মেষণ কৰিব পাৰিব লাগিব। বৰ্তমান যুগটো আগৰ যুগৰপৰা যদি চিনিব নোৱাৰাকৈ বদলি হৈছে, তেন্তে তাৰ কাৰণ হৈছে মানুহৰ বুদ্ধিৰ আচৰিত সৃষ্টি। নেহৰুজীয়ে সেই কাৰণে আজিৰ যুগৰ ভাবধাৰাৰ ওপৰত বিজ্ঞানৰ গৱেষণাৰ ওপৰত বৰ বেচি জোৰ দিছিল। পশ্চিমৰ সাজ-পাৰ, আদব-কায়দাবিলাক অনুকৰণ কৰি নহয়, বিজ্ঞানৰ যি সাধাৰণ ভাব লৈ পশ্চিমে পাৰ্থিব ক্ষেত্ৰত

অভাৱনীয় উন্নতি কৰিছে, সেই বিজ্ঞানৰ ভাবৰ ওপৰত নেহৰুজীয়ে সদায়েই জোৰ দিছিল। তেওঁ এই কথা বুজাবলৈ চেষ্টা কৰিছিল যে আধুনিকতা মানে বিজ্ঞান। আধুনিক যুগৰ উন্নতিৰ চাবি-কাঠী হৈছে বিজ্ঞানৰ উন্নতি। তাৰ কাৰণে প্ৰয়োজন অধ্যয়ন আৰু চিন্তা। ১৯৫৫ চনত বিশ্ববিদ্যালয়ৰ যুৱ-উৎসৱত বক্তৃতা দি নতুন দিল্লীত নেহৰুজীয়ে কৈছিল,

"What I would like you to do first of all is to think. Thinking is something which does not come automatically to a person. Gossiping with a neighbour is not thought. .. Nothing is more helpful to thinking than reading, that is reading intelligently, because there you get other people's thoughts and by weighing them you can think yourself."

ভাৰতীয় মনত নতুন যুগৰ ভাব সঞ্চয় কৰিবলৈ তেওঁ দেশত ইঞ্জিনীয়াৰিং বিজ্ঞানৰ *যিবিলাক* ডাঙৰ কাম হৈছিল, তাৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। কিয়নো, তেওঁ জানিছিল যে দেশক ঐশ্বৰ্য্যশালী কৰাৰ এইবিলাকেই বুনিয়াদী কাম। ১৯৫৪ চনত ভাক্ৰানাঙ্গল উদ্বোধন কৰি তেওঁ কৈছিল—

"As I walked round the site, I thought that these days the biggest temple and mosque and gurudware is the place where man works for the good of mankind, which place can be greater than this Bhakra-Nangal, where thousands, lakhs of man have worked, have shed their blood and sweat and laid down their lives as well? Where can there be greater and holier place than this, which we can regard higher? Then again, it stuck me that Bhakra-Nangal was like a University where we can work and while working learn, so that we may do higher things."

দেশৰ কাৰণে চিন্তা কৰা, দেশৰ কাৰণে কাম কৰাৰ ভাবেৰে উদ্বুদ্ধ নেহৰুজীৰ কথাবোৰে সদায় আমাৰ মানুহক প্ৰেৰণা যোগাইছিল। নেহৰু আছিল আমাৰ পথ-প্ৰদৰ্শক।

জীৱনৰ শেষ মুহূৰ্তলৈকে নিজৰ কাম কৰাৰ দৃষ্টান্তৰে তেওঁ আমাক নতুন ভাৰত গঢ়াৰ কাম কৰিবলৈ আহবান কৰিছিল। তেওঁৰ কাৰণে ভাৰত মানে আছিল ভাৰতৰ ৪৪ কোটি মানুহ। এই ৪৪ কোটি মানুহৰ আৰ্থিক, সামাজিক উন্নতিকল্পে তেওঁ গণতান্ত্ৰিক সমাজবাদৰ পৰিকল্পনা



কৰিছিল। গণতান্ত্ৰিক সমাজবাদ আধুনিক পৃথিৱীৰ এটা সৰ্বশ্ৰেষ্ঠ পৰীক্ষা।

অগণন সাধাৰণ প্ৰজাৰ কাৰণে ৰাজনৈতিক স্বাধীনতাৰ বিশেষ অৰ্থ নাথাকে, যদিহে ৰাজনৈতিক স্বাধীনতাৰ সুযোগ লৈ তেওঁলোকক অৰ্থনৈতিক স্বাধীনতা দিব পৰা নাযায়। সেই কাৰণে, ৰাজনৈতিক স্বাধীনতাৰ অৰ্থনৈতিক ৰূপ কি হিচাবে দিয়া হব, সেই সম্পৰ্কে নেহৰু প্ৰথমৰেপৰা সজাগ আছিল। গণতান্ত্ৰিক সমাজবাদৰ পৰিকল্পনাৰে তেওঁ এই উদ্দেশ্য সিদ্ধি কৰিব খুজিছিল। নেহৰুৰ পিচৰ ভাৰতে তাকে সম্পূৰ্ণ কৰাৰ দায়িত্ব আছে।

# গৌৰৱময় দিল্লী

প্ৰণৱকুমাৰ খাউণ্ড

ইতিহাসে জব্দ কৰা দিন ধৰি আজি পৰ্যন্ত দিল্লী বা দেহলী (দুৱাৰ-ডলি) মহানগৰীয়েই শাসনৰ মূলকেন্দ্ৰ স্বৰূপে ভাৰতবৰ্ষৰ বিজয়-কেতন উৰুৱাই আহিছে। বৃটিচ শাসনকালত এবাৰ কলিকতালৈ ৰাজধানী স্থানান্তৰ কৰা হৈছিল যদিও ১৯১১চনত পুনৰ ঘূৰাই অনা হ'ল। এই সম্পৰ্কে শ্‌মিথে অভিমত দিছিল—"বৰ্তমানত উৎপত্তি হোৱা কোনো বৃটিচ বাণিজ্য উপনিবেশেই চিৰদিন সাম্ৰাজ্যৰ মুখ্যতম হৈ অহা এখন চহৰৰ লগত প্ৰতিযোগিতা চলাব নোৱাৰে, যাৰ প্ৰাচীন ইতিহাস সহজে অনুমান কৰিব পাৰি আৰু যাৰ গৌৰৱ-কাহিনী দেশৰ পুৰণি মহাকাব্যসমূহত বৰ্ণনা কৰা হৈছে। ভাৰতৰ অতীতে নিসন্দেহে দাবী কৰে যে ৰাজধানী দিল্লীলৈ ঘূৰাই অনা উচিত।"

সেয়েহে এই দিল্লী মহানগৰী ভাৰত বুৰঞ্জীৰ বহুতো ঘটনাৰ সাক্ষী-স্বৰূপ, ইয়াৰ বুকুতেই কত ৰক্তপাত, কত কালিমা, কত হাঁহি-কান্দনৰ কাহিনী লুকাই আছে, বুৰঞ্জীয়ে সদায় সোঁৱৰায় আৰু সোঁৱৰাব। অজস্ৰ ধন-ৰত্নৰ প্ৰলোভনত ভাৰতবৰ্ষ গ্ৰাস কৰিবলৈ অহা শত্ৰুৰ অব্যৰ্থ শৰবোৰ যেন দিল্লীয়েই সহ্য কৰিবলগীয়া হৈছিল।

সিদিনা মাথোন—পাৰস্যৰ নাদিৰছাহ আৰু আহমদছাহ আবদালিয়ে নৃশংসভাৱে হাজাৰ হাজাৰ ভাৰতীয়ৰ তেজেৰে দিল্লীভূমি ৰাঙলী কৰিছিল আৰু অজস্ৰ ধন-সম্পত্তিৰ লগতে ভাৰতৰ গৌৰৱ-প্ৰতীক 'কহিনুৰ' (জ্যোতিৰ পাহাৰ) মণি আৰু 'ময়ূৰ সিংহাসন' কাঢ়ি লৈ গৈছিল।.... ইত্যাদি বহুতো।

মহাভাৰতৰ যুগতো শ্ৰীকৃষ্ণৰ পাঞ্চজন্যৰ নিনাদে এই দিল্লীভূমিতেই প্ৰতিধ্বনি তুলিছিল। সেই যুগত দিল্লী 'ইন্দ্ৰপ্ৰস্থ' নামেৰে জনাজাত আছিল। বৰ্তমান দিল্লীৰপৰা প্ৰায় একক্ৰোশ আঁতৰত 'ইন্দ্ৰপ্ৰস্থ' নগৰীৰ ধ্বংসাৱশেষ বিৰাজমান।



বহু যুগৰ বহু শাসনকৰ্তাৰ অপৰিসীম যত্নপ্ৰসূত অনেক সম্পদেৰে দিল্লীভূমি মহিমামণ্ডিত। কালানুক্ৰমে সজাই সিবিলাকৰ এটি থূলমূল আভাস দিয়া হ'ল।

মন্দুৰা যমুনানদীৰ সোঁ-পাৰে অৱস্থিত অশোকস্তম্ভ মৌৰ্য্যযুগীয় কীৰ্তি-চিহ্ন। 'দেৱানাং পিয় পিয়দসী' অশোক এই স্তম্ভৰ নিৰ্মাতা (খৃঃ পূঃ ২৫০)। ইয়াৰ ওজন ২৭ টনমান হ'ব। ওখই মাটিৰ সমতলৰপৰা ৪২ ফুট ৭ ইঞ্চি। স্তম্ভটোৰ উপৰিভাগত পালিভাষাত লিখিত চাৰিফালে চাৰিখন শিলালিপি আছে। এই কেইখনৰ তলতে স্তম্ভটিত ঘূৰণীয়াকৈ এখন দীঘল তামৰ ফলি আছে। এই স্তম্ভটি ১৩৫১-৫৮ খৃঃত ফিৰোজছাহ টোগলকে চাৰ হেনৰী শ্বাৰ্পৰ মতে আম্বালা জিলাৰ পৰা ১২০ মাইল আৰু এইচ. এ. নিউৱেলৰ মতে দিল্লীৰপৰা ১২০ মাইল দূৰৈৰ খিয়াজ্‌ৰাবাদ জিলাৰ তাব্ৰা গাঁৱৰপৰা স্থানান্তৰিত কৰি বৰ্তমান ঠাইত পাতিছিল।

খৃঃ পূঃ ৪ৰ্থ শতিকাৰ গুপ্তযুগীয় স্মৃতিচিহ্ন স্বৰূপে এটি লৌহস্তম্ভ দেখা যায়। উচ্চতাত ই ৩২ ফুট ৮ ইঞ্চি। শত শত যুগৰ ধুমুহা-বতাহ, বৰষুণ-শিলাবৃষ্টি, ভূমিকম্প আদি বিভিন্ন প্ৰাকৃতিক বিপৰ্য্যয়ৰ ফলতো এই স্তম্ভৰ মসৃণতাৰ অলপো ক্ষতিক্ষুণ হোৱা নাই। ইয়াৰ নিৰ্মাণ-কৌশল আৰু ভাস্কৰ্য্যবিদ্যাৰ প্ৰশংসা কৰি হেন্‌ৰি শ্বাৰ্পে কৈছে যে কুতুব-মিনাৰ এটি আচৰিত বস্তু, কিন্তু তাতোকৈ বিস্ময়কৰ হৈছে এই লৌহস্তম্ভ।

স্তম্ভটোৰ গাত সংস্কৃত ভাষাত লিখিত বৰ্ণনাৰপৰা ৫ম শতিকাৰ মাজ-ভাগত ভাৰতবৰ্ষ ৰাজত্ব কৰা চন্দ্ৰৰজাই ইয়াৰ নিৰ্মাতা বুলি জনা যায়, যদিও এই সম্পৰ্কত মতবিৰোধ আছে। লিখিত বৰ্ণনাৰ অৰ্থ এই—"যি বঙ্গ দেশৰ যুদ্ধত ঐক্যবদ্ধ হৈ অহা শত্ৰুক বুকুৰ বলেৰে হোঁহকাই পঠিয়াইছিল, বাহুত শত্ৰুৰ খড়্গৰ প্ৰহাৰজনিত আঘাতেই যাৰ কীৰ্তি-লেখা-স্বৰূপ, যি সিন্ধুৰ সাত মুখ (উপনদী) পাৰ হৈ বাহলীক বিলাকক পৰাস্ত কৰিছিল, যাৰ পৰাক্ৰমৰ বায়ুৰে আজিও দক্ষিণ সমুদ্ৰ সুবাসিত হৈ আছে, এই পৃথিৱীৰ ভাৰ সহি সহি যেন ক্লান্ত হৈ নিজৰ কৰ্মলব্ধ স্বৰ্গধামলৈ সোশৰীৰে গতি কৰিলে যদিও গৌৰৱ-কীৰ্তিয়ে এতিয়াও যাক পৃথিৱীতে ৰাখিছে, মহাবনত শান্ত হোৱা অগ্নিৰ দৰে শত্ৰুৰ নাশক, নিজ বাহুবলেৰে উপাৰ্জিত একাধিৰাজ্য এই পৃথিৱীৰ বহুকাল ভোগকৰ্তা পূৰ্ণচন্দ্ৰৰ দৰে মুখকান্তিযুক্ত চন্দ্ৰ নামৰ শুদ্ধচৰিত্ৰ ৰজাই বিষ্ণুত আস্থা ৰাখি বিষ্ণুপদ গিৰিত ভগৱান বিষ্ণুৰ এই উচ্চ ধ্বজা স্থাপন কৰিছিল" (মূল সংস্কৃতৰ বাবে 'উৎকীৰ্ণ লেখাঞ্জলি' দ্ৰষ্টব্য)।

শুনা যায় যে এই লৌহস্তম্ভটি মূলতে ইন্দ্ৰপ্ৰস্থত আছিল আৰু ৰাজপুতাধিপতি অনঙ্গপাল টোমৰে ১১ শতিকাৰ মাজভাগত তেওঁৰ নৱনিৰ্মিত দুৰ্গা লালকোট অলঙ্কৃত কৰিবলৈ তাৰপৰা আঁতৰাই আনি বৰ্তমান ঠাইত স্থাপন কৰিছিল। এযাৰ প্ৰসিদ্ধি আছে—

"কিলি তু ঢিলি ভাই,
টোমৰ ভায়া মতিহীন।"

ইয়াৰ ভাবাৰ্থ এয়ে যে টোমৰে স্তম্ভটি শিথিল কৰাৰ বাবেই তেওঁৰ ৰাজ্য স্থায়ী নহ'ল।

নাদিৰছাহে হেনো এই স্তম্ভটি নিজ দেশলৈ উঠাই লৈ যাবলৈ বিচাৰিছিল, কিন্তু তেওঁৰ কামানৰ গুলী ব্যৰ্থ হ'ল। নাদিৰছাহৰ গুলীৰ চিহ্ন এতিয়াও দৰ্শকৰ চকুত পৰে।

লৌহস্তম্ভৰ নাতিদূৰতে থকা লালকোট (ৰঙা দুৰ্গ) ১০৬৬ খৃঃত ৰাজপুত নায়ক অনঙ্গপালে নিৰ্মাণ কৰিছিল।

মুছলমানৰ আক্ৰমণে যেতিয়া লালকোটৰ ঘোৰ অনিষ্টসাধন কৰিছিল, তেতিয়া যিফালৰপৰা আক্ৰমণৰ সম্ভাৱনা সেইফালেদিয়েই অন্য এটি ডাঙৰ দুৰ্গ নিৰ্মাণ কৰা হৈছিল, সেইটোৱেই হৈছে ৰায় পিথৰা কোট। চৈয়দ আহমদখানৰ মতেৰে ১১৪৩ খৃঃ ত আৰু কানিংহামৰ মতেৰে ১১৮০ বা ১১৮৩ খৃঃ ত এই দুৰ্গ নিৰ্মাণ কৰা হৈছিল। ইয়াৰ দহোটি প্ৰৱেশ পথ আছিল। তদুপৰি ২৭ টা হিন্দু, জৈন আৰু বুদ্ধ মন্দিৰ ইয়াৰ অন্তৰ্ভুক্ত আছিল। ইবিলাকৰ ভাস্কৰ্য্যখচিত স্তম্ভবিলাক পিচত মুছলমানসকলে মছজিদ নিৰ্মাণত প্ৰয়োগ কৰিছিল। পৰিব্ৰাজক ইবনবতুতাৰ মতেৰে "দেৱালবোৰৰ তলৰ অংশ শিলেৰে আৰু ওপৰ অংশ ইটাৰে গজা"। নিসন্দেহে ক'ব পাৰি যে তলৰ শিলাময়ী খণ্ড হিন্দুৰ আৰু ওপৰ অংশ মুছলমানৰ আছিল।

ইবিলাকৰ সমীপৱৰ্তী কুতুবমিনাৰ জগৎবিখ্যাত। দাসবংশৰ প্ৰথম ৰজা কুতুবুদ্দিন আইবাকে কুতুবমিনাৰ নিৰ্মাণ কৰিছিল বুলি জনা যায় যদিও এই লৈ মতভেদ আছে। কোনো কোনো ঐতিহাসিকে সমীক্ষক দৃষ্টিৰে চাই কুতুবমিনাৰ ভাৰতবৰ্ষৰ শেষ হিন্দু শাসনকৰ্তা পৃথ্বীৰাজ চৌহানেহে নিৰ্মাণ কৰিছিল বুলি মত পোষণ কৰে। পূৰ্বে ইয়াৰ নাম 'পৃথ্বীস্তম্ভ' আছিল। তেওঁৰ পত্নীয়ে পৱিত্ৰ যমুনা নদীৰ জল দৈনিক একোবাৰকৈ চাবলৈ ইচ্ছা প্ৰকাশ কৰাত তেওঁৰ ইচ্ছানুসৰিয়েই পৃথ্বীৰাজে এই উচ্চ স্তম্ভ সজাইছিল বুলি কোৱা হয়।



আকৌ অলপতে দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডঃ ট্ৰিৱেদে এটি প্ৰবন্ধত সবল যুক্তি সহকাৰে প্ৰমাণ কৰিবলৈ প্ৰয়াস কৰিছে যে কুতুবমিনাৰ প্ৰকৃতপক্ষে ওপৰত উল্লেখ কৰি অহা চন্দ্ৰৰজাৰহে কীৰ্তি। ইয়াত নিহিত চুলতানসকলৰ উপাধি আৰু কোৰানৰ বাণী তেওঁলোকৰ মতেৰে পৰৱৰ্তী কালতহে লিপিবদ্ধ কৰা হৈছিল। এইসকল বিচাৰকৰ মতে কুতুবুদ্দিনে ১২০০ খৃঃত স্তম্ভটিত নতুন গঢ় দিয়ে।

বাদানুবাদৰ জটিল মেৰ পাকলৈ নগৈ সৰহসংখ্যক ঐতিহাসিকৰ মতানুসৰি কুতুবুদ্দিনেই কুতুবমিনাৰৰ নিৰ্মাতা বুলি ক'ব পাৰি। তেওঁ হেনো কুতুবুদ্দিন ভক্তিয়াৰ কাকি নামৰ এজন গুজৰাটীয় পীৰৰ স্মৃতি ৰক্ষাৰ্থে তেওঁৰ কবৰৰ ওপৰত তেওঁৰ নামানুসৰী এই মিনাৰ নিৰ্মাণ কৰিছিল। পাঁচমহলীয়া কুতুবমিনাৰৰ একমহলহে কুতুবুদ্দিনে তেওঁৰ জীৱন কালত সজাবলৈ পালে। ইয়াৰ সন্নিহিত কুতুবমছজিদো তেওঁৰ দিনত কুতুবমিনাৰৰ অন্তৰ্ভুক্ত নাছিল।

কুতুবুদ্দিনৰ পৰৱৰ্তী শাসনকৰ্তা আৰু জোৱায়েক ছামছুদ্দিন আলটামাছে (১২১০-৩৬ খৃঃ) কুতুবমিনাৰৰ অসম্পূৰ্ণ কাম সম্পূৰ্ণ কৰাৰ ভাৰ গ্ৰহণ কৰে আৰু ২য় আৰু ৩য় মহল যোগ দিয়ে। ইয়াৰ ৪ৰ্থ আৰু গম্বুজেৰে সৈতে ৫ম মহল সজায় ফিৰোজছাহ টোগলকে (১২৫১-৮৮ খৃঃ)।

কুতুবমিনাৰৰ উচ্চতা ২৩৮ ফুট, ইয়াৰ ভেঁটিৰ ব্যাস ৪৭ ফুট আৰু উচ্চতম শিখৰৰ ব্যাস ৯ ফুট। নিম্নতম মহলৰ উচ্চতা প্ৰায় ৯৫ ফুট; দ্বিতীয় মহলৰ উচ্চতা প্ৰায় ৫০ ফুট ৮½ইঞ্চি, তৃতীয় মহলৰ প্ৰায় ৪০ ফুট ৩½ইঞ্চি; চতুৰ্থ মহলৰ প্ৰায় ২৫ ফুট ৪ইঞ্চি; পঞ্চম মহলৰ উচ্চতা প্ৰায় ২২ফুট ১০ ইঞ্চি আৰু গম্বুজৰ উচ্চতা প্ৰায় ১২ ফুট ১০ ইঞ্চি। (এই গম্বুজ ১৮০৩ চনত এটি ভূমিকম্পৰ ফলস্বৰূপে ধ্বংস হয়। ১৮২৯ চনত দিল্লীৰ কাৰ্য্যকৰী ইঞ্জিনিয়াৰ মেজৰ ৰবাৰ্ট স্মিথে ১৭,০০০ টকা ভাঙি ইয়াক পুনৰ সংস্থাপন কৰে। অৱশেষত ভাৰতৰ গৱৰ্ণৰ জেনেৰেলৰ আদেশ অনুসৰি এই গম্বুজ সম্পূৰ্ণৰূপে আঁতৰাই দিয়া হয় আৰু কুতুবমিনাৰৰ ওচৰতে স্থাপন কৰা হয়। বৰ্তমান ইয়াৰ ঠাইত সাধাৰণ লোহাৰ ৰেইলিঙৰ বেৰা এখনহে আছে) পাঁচোটি মহল একো একোটি বেলকনিৰে বিভক্ত। তলৰ তিনি মহল carved scroll বিজড়িত Red sandstone ৰে নিৰ্মিত আৰু চতুৰ্থ আৰু পঞ্চম মহল মাৰ্বল আৰু sandstone ৰে নিৰ্মিত। ইয়াৰ মুঠ খট্‌খটীৰ সংখ্যা ৩৭৯ টা।

দুবাৰ বজ্ৰপাতে আৰু এবাৰ প্ৰবল ভূমিকম্পই কুতুবমিনাৰৰ যথেষ্ট হানি কৰিছিল। তথাপি বিভিন্ন কালৰ বিভিন্ন শাসনকৰ্তাৰ যত্নৰ বলত ই এতিয়াও সবলভাৱে থিয় দি আছে।

প্ৰতিটো মহলৰে প্ৰৱেশ-পথৰ ওপৰত আৰবী ভাষাত ইবিলাকৰ নিৰ্মাণ সম্পৰ্কে লিখা আছে। প্ৰথম মহলৰ প্ৰৱেশপথৰ ওপৰত থকা শিলালিপিৰ অৰ্থ এই—"খোদাৰ আশীৰ্বাদিত মহম্মদে কৈছিল, 'যি খোদাৰ বাবে মছজিদ নিৰ্মাণ কৰে, খোদাই তেওঁৰ বাবে বেহেস্তত একেপৰ্য্যায়ৰ ঘৰকেই নিৰ্মাণ কৰি দিব।" "চিকণ্ডৰ ছাহৰ ৰাজত্বকালত এই মিনাৰ ক্ষতিগ্ৰস্ত হৈছিল। ইয়াক পুনৰ মেৰামতি কৰা হয়।"

দ্বিতীয় মহলৰ প্ৰৱেশ-পথৰ ওপৰত লিখা আছে—"আলটামাছৰ আদেশত এই ঘৰৰ কাম সম্পূৰ্ণ হয়।"

তৃতীয় মহলত লিখা আছে—"দাস মহম্মদ আমিৰ কোহৰ তত্বাৱধানত এই ঘৰৰ কাম সম্পূৰ্ণ কৰা হয়।"

চতুৰ্থ মহলত লিখা আছে—"আলটামাছৰ ৰাজত্বকালত ইয়াৰ নিৰ্মাণৰ বাবে আদেশ কৰা হয়।"

পঞ্চম মহলত—"এই মহল ফিৰোজ চুলতানে সজায়।"

কুতুবমিনাৰৰ সন্নিহিত কুতুব-মছজিদেই সম্ভৱতঃ ভাৰতভূমিত নিৰ্মিত প্ৰথম মছজিদ। ই পূৰ্বে হিন্দুৰ 'বিষ্ণু মন্দিৰ' আছিল বুলি অনুমান কৰা হয়। মহম্মদ ঘোৰীৰ হাতত পৃথ্বীৰাজৰ পৰাজয়ৰ পিচতেই ইয়াক মছজিদত পৰিণত কৰা হয়। আলটামাছে এই মছজিদৰ আয়তন বৃদ্ধি কৰে।

দুহিতা চুলতানা ৰেজিয়াৰ দ্বাৰা নিৰ্মিত আলটামাচৰ কবৰস্থল কুতুব মছজিদৰ উত্তৰ-পূব কোণত অৱস্থিত। ভাৰতবৰ্ষত তিষ্ঠি থকা কবৰস্থানবিলাকৰ ভিতৰত সম্ভৱতঃ ইয়েই সৰ্বতো প্ৰাচীন।

কুতুবমিনাৰৰ কেইফুটমান আঁতৰত আলিয়া দৰৱাজা (ডাঙৰ তোৰণ) অৱস্থিত। এইখন ১৩১০ খৃঃত নিৰ্মাণ কৰা হয়। এই ধুনীয়া প্ৰৱেশ-দ্বাৰ পাঠানযুগীয় স্থাপত্য শিল্পৰ উচ্চ নিদৰ্শন।

আলাউদ্দিনৰ দিনৰ ৭০ একৰ ব্যাপি থকা হাউজ খাচ নামৰ পুখুৰীটো দিল্লীৰ অন্য এটি গৌৰৱ। ১২৯৫ খৃঃ ত এই পুখুৰী খন্দা হৈছিল।

কুতুবমিনাৰৰ উত্তৰ দিশত আলাউদ্দিন মিনাৰ। কুতুবমিনাৰৰ দুগুণ ডাঙৰকৈ গঢ়ি তুলিবলৈ সঙ্কল্প কৰি ১৩১১ খৃঃ ত আৰম্ভ কৰা এই মিনাৰৰ কাম ১৩১৫ খৃঃত আলাউদ্দিনৰ আকস্মিক মৃত্যুৰ বাবে অসমাপ্ত হৈয়ে ৰ'ল।



দিল্লীৰ ১২ মাইল দক্ষিণে টোগলকাবাদৰ ধ্বংসাৱশেষ দেখা যায়। ইয়াৰ বৃহৎ দুৰ্গ আৰু গড়ৰ কাম গিয়াছুদ্দিন টোগলকৰ পৃষ্ঠপোষকতাত দুবছৰত শেষ হৈছিল (১৩২১-২৩ খৃঃ)।

টোগলকবাদ দুৰ্গৰ দক্ষিণে এটি কৃত্ৰিম হ্ৰদৰ মাজত গিয়াছুদ্দিন টোগলকৰ কবৰস্থান। তেওঁৰ পত্নী আৰু পুত্ৰ মহম্মদ ছাহ টোগলককো একেঠাইতে সমাধিস্থ কৰা হৈছিল।

দিল্লীৰপৰা প্ৰায় ৫ মাইল দূৰৈত নিজামুদ্দিনৰ মকবৰা। ই মুছলমানৰ এখনি পবিত্ৰ স্থান। মহম্মদ ছাহ টোগলক ইয়াৰ নিৰ্মাতা।

এই মকবৰাৰ ওচৰাউচৰিকৈ নিজামুদ্দিনৰ সুহৃদ উৰ্দুকবি খুশ্ৰু, মিৰ্জা জাহাঙ্গীৰ, আজান খানৰো (যি এবাৰ হুমায়ুনৰ প্ৰাণ ৰক্ষা কৰিছিল) মকবৰা আছে।

কুতুবমিনাৰৰ পশ্চিমে মালিকপুৰ নামে গাঁৱত আলটামাছৰ পুত্ৰ চুলতান ঘোৰীৰ মকবৰা আছে। ই প্ৰধানতঃ মাৰ্বল পাথৰেৰে নিৰ্মিত। ইয়াৰ গঠন-প্ৰণালী পৰৱৰ্তী পাঠান যুগৰ সুন্দৰ নিদৰ্শন (১৩৩১-৩২ খৃঃ)।

ওপৰত উল্লিখিত হাউজ খাচৰ ওচৰতে ফিৰোজছাহ আৰু পুতেক নাচিৰুদ্দিনৰ কবৰস্থান।

দিল্লীৰপৰা ৬ মাইল দূৰত চিকণ্ডৰ লোডীৰ কবৰস্থান অৱস্থিত। এই কবৰস্থান পুতেক ইব্ৰাহীম লোডীয়ে সজাইছিল।

ইন্দ্ৰপ্ৰস্থ নগৰীত অৱস্থিত পুৰণা কিলা (Old Fort) হুমায়ুন আৰু তেওঁৰ আফগান প্ৰতিদ্বন্দ্বী ছেৰছাহৰ কীৰ্তি। প্ৰবাদ আছে যে এই দুৰ্গ পঞ্চ-পাণ্ডৱৰ বাসগৃহ আছিল। গতিকে ইয়াৰ কিছু অংশ পাণ্ডৱসকলৰ দিনতে সজা বুলি অনুমান কৰা হয়।

কিলাটোৰ ভিতৰতে ছেৰ বা কিলাকানা নামৰ এটা মছজিদ আছে। মছজিদৰ দক্ষিণ দিশে এটি অষ্ট-ভূজাকৃতি দুমহলীয়া দালান আছে। ইয়াক ছেৰ-মণ্ডল বোলে। শুনা যায় হুমায়ুনে হেনো এই ছেৰমণ্ডলৰপৰা খট্‌খটীয়েদি নামি আহোঁতে হঠাতে পৰি সাংঘাতিক আঘাত পায় আৰু ইয়াৰ কেইমাহমানৰ পাচতে মৃত্যু হয়।

দিল্লীৰপৰা প্ৰায় ৪½ মাইল দক্ষিণে বাদছাহ হুমায়ুনৰ কবৰখানা। ই এখন বৃহৎ উদ্যানৰ মাজত অৱস্থিত। হুমায়ুনে তেওঁৰ কবৰখানাৰ বাবে এই ঠাই টুকুৰা বাছি থৈ গৈছিল আৰু তেওঁৰ মৃত্যুৰ পাচত বিধবা-পত্নী হামিদা বেগমে (নবাব হাজি বেগম) ১৫ লাখ টকা খৰচ কৰি ১৫৫৬ খৃঃত এই কবৰখানা সাজি উলিয়ায়। ইয়াৰ নিৰ্মাণ-কৌশল সম্পৰ্কে শ্বাৰ্পৰ ভাষাৰেই ক'ব পাৰি যে আকাৰ আৰু আকৰ্ষণীয়া জাকজমকতাৰ

বাবে ভাৰতৰ নিচেই কমসংখ্যক কবৰখানাহে ইয়াৰ লগত তুলনা কৰিব পৰা হয়।

কবৰখানাখন বহুতো শোকসূচক স্মৃতিৰে ভৰা। ইয়াত হামিদা বেগম, জাহান্দৰ ছাহ (১৭১২-১৩), ফাৰুকছিয়াৰ (১৭১৩-১৯), ২য় আলমগিৰ (১৭৫৪-৫৯) আৰু ভ্ৰাতৃ ঔৰংজেবৰ হাতত নিহত দাৰাৰ Epitaph আছে।

শুনা যায় যে ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ সময়ত বিদ্ৰোহী বাহাদুৰ ছাহে বৃটিচৰ হাতত বশীভূত হৈ ইয়াৰে এটি আন্ধাৰ কক্ষত আশ্ৰয় লৈছিলহি। বাহাদুৰ ছাহৰ জীৱন ৰক্ষা পৰিছিল; কিন্তু তেওঁৰ পুতেক, নাতিনিয়েক আৰু ভতিজাকহঁতক মেজৰ হাড্‌চনে নৃশংসভাৱে হত্যা কৰিছিল।

দিল্লীৰ দৰ্শনযোগ্য বস্তুসমূহৰ ভিতৰত এটি প্ৰধান বস্তু হ'ল ছাজাহানৰ দ্বাৰা নিৰ্মিত যমুনাতীৰৰ বিশ্ববিখ্যাত লালকিল্লা (Red Fort)। মুক্ৰমত খানৰ তত্ত্বাৱধানত এই দুৰ্গ নিৰ্মাণ কৰোঁতে প্ৰায় ১ কোটি টকা খৰচ হৈছিল। ইয়াৰ পৰিধি প্ৰায় ডেৰমাইল; মুঠ দীৰ্ঘ প্ৰস্থ ১৮০০ ফুট। নদীৰফালে থকা দেৱালবোৰ ৬০ ফুট উচ্চ আৰু ইফালৰবোৰ ১১০ ফুট। ইবিলাকৰ ৭৫ ফুট মাটিৰ সমতলৰ ওপৰত আছে। কাষৰীয়া খালৰ গভীৰতা ৩০ ফুট আৰু পুতল ৭৫ ফুট।

পৰিব্ৰাজক ফাৰ্গুছনে এই দুৰ্গৰ বিষয়ে লিখিছে—"প্ৰাচ্য আৰু সম্ভৱতঃ পৃথিৱীৰে ই সবাতোকৈ ঐশ্বৰ্য্যশালী দুৰ্গ।" অৱশ্যে বিভিন্ন আক্ৰমণকাৰীৰ আক্ৰমণত ই যথেষ্ট ক্ষতিগ্ৰস্ত হৈছিল। Red sandstone আৰু বগা মাৰ্বল পাথৰেৰে এই দুৰ্গ নিৰ্মাণ কৰা হৈছে। ইয়াৰ অন্তৰ্গত দিৱান-ই-আম (সৰ্বসাধাৰণৰ সভাঘৰ), দিৱান-ই-খাচ (বিশিষ্ট লোকৰ সভাঘৰ), ৰংমহল, মতি মছজিদ, হামাম, ছাহবুৰ্জ আদি সঁচাকৈয়ে চাবলগীয়া। নাদিৰছাহে দেৱান-ই-খাচৰপৰাই ময়ূৰ সিংহাসন লৈ গৈছিল।

ছাজাহানৰ অন্য এটি বিখ্যাত নিৰ্মাণ জামা মছজিদ (ডাঙৰ মছজিদ)। ই লালকিল্লাৰ নিচেই ওচৰতে। এই মছজিদ পৃথিৱীৰ সৰ্ববৃহৎ মছজিদ বিলাকৰে এটা বুলি গণ্য কৰা হয়। ছাজাহানে আৰম্ভ কৰিলেও ইয়াৰ কাম সম্পূৰ্ণ কৰে ঔৰংজেৱে (১৬৫৮ খৃঃ)। প্ৰায় ১০ লাখ টকাৰ বিনিময়ত দিনে প্ৰায় ৫,০০০ মানুহ লগাই ৫ বছৰত ইয়াৰ কাম সম্পূৰ্ণ কৰা হৈছিল। ১৮১৭ আৰু ১৯৫১ চনত ৰামপুৰৰ নবাবেও ইয়াৰ মেৰামতিৰ বাবে ১০০,০০০ টকা ব্যয় কৰিছিল। ই প্ৰায় ২০০ ফুট দীঘল আৰু ১২০ ফুট বহল। এই মছজিদ হিন্দু-মুছলমানৰ স্থাপত্য-বিদ্যাৰ বিতোপন নিদৰ্শন।



নতুন দিল্লীত অৱস্থিত যন্তৰ-মন্তৰ দিল্লীৰ অন্য এটি গৌৰৱ। ই এটি মানমন্দিৰ (Observatory); ইয়াতেই জ্যোতিষীসকলে নক্ষত্ৰ গণনা কৰিছিল। বাদছাহ মহম্মদ ছাহৰ অনুৰোধক্ৰমে ১৭২৪ খৃঃত জয়পুৰৰ চহৰৰ প্ৰতিষ্ঠাতা বিখ্যাত জ্যোতিষী অম্বৰৰ মহাৰাজা ২য় জয়সিঙে এই মানমন্দিৰ সজাইছিল। ইয়াৰ গঠন-প্ৰণালী চাবলগীয়া।

ছিকাণ্ডাৰ লোডীৰ কবৰখানাৰ ওচৰতে মোগল বাদছাহ আহমদ ছাহৰ প্ৰধান মন্ত্ৰী ৰাজনীতিবিশাৰদ চফ্‌দৰজঙৰ কবৰখানা অৱস্থিত। এই কবৰখানা চফ্‌দৰজঙৰ পুত্ৰ নৱাব চুজাউদ্দৌল্লাই সজাইছিল। কবৰখানাখন মনোৰম। ইয়াৰ গাত থকা এখনি শিলালিপিত লিখা আছে— "লগৰ মানুহৰ আগত এজন যিমানেই ডাঙৰ নহওক, খোদাৰ আগত তেওঁ সদায় হীন।"

এই বিভিন্ন ঐতিহাসিক স্মৃতি চিহ্নবিলাক বুকুত বান্ধি দিল্লীভূমি সমৃদ্ধ। এই বিভিন্ন সম্পদসমূহেই এটি এটি গৌৰৱময় যুগৰ প্ৰতীক জানো নহয়? কত স্মৃতিচিহ্নই বা কালৰ বুকুত হেৰাই গ'ল। অগ্নি-কবি ভট্টাচাৰ্য্যদেৱৰ এফাঁকি কবিতাই প্ৰাণত খুন্দিয়ায়—

"কোৱা পাহৰণি, তোমাৰ পেটত  
কতনো ৰাখিছা বুৰঞ্জী সুমাই  
চিন্তিলে এবাৰ মৰোঁ পুৰি ডেই  
ক'ত-জাতি কীৰ্তি খালা গিলি হায়!"

আধুনিক যুগৰো বহুতো প্ৰসিদ্ধ স্মৃতিচিহ্ন দিল্লীৰ বুকুত বিয়পি আছে। জামামছজিদৰ কিছু দূৰত থকা জৈন মন্দিৰ তাৰে এটা। ৮ লাখ টকাৰ বিনিময়ত ৭ বছৰ লাগি এই মন্দিৰ সাজি উলিওৱা হৈছিল (১৮০৩-১০)। ১৮২৭ খৃঃত নিৰ্মিত ভাৰতবৰ্ষৰ একমাত্ৰ যোগমায়া মন্দিৰ কুতুবমিনাৰৰপৰা প্ৰায় ১ ফাৰ্লং দূৰৈত অৱস্থিত।

বিৰলা মন্দিৰ অন্য এটি স্মৃতিচিহ্ন। এই মন্দিৰৰ সমুখত আততায়ীৰ গুলীত গান্ধীজীয়ে মৃত্যু বৰণ কৰিছিল। ৰাজা বলদেৱ দাস বিৰলাই নতুন দিল্লীৰ শ্ৰীসনাতন ধৰম সভাৰ হৈ বহুলাখ ধন ভাঙি এই মন্দিৰ সজাইছিল।

অশোক স্তম্ভৰপৰা প্ৰায় ১ ফাৰ্লং মান আঁতৰত মহাত্মাগান্ধীৰ সমাধিক্ষেত্ৰ ৰাজঘাট। ইয়াৰ কিছু উত্তৰে পবিত্ৰ শান্তিবন ঠাইডোখৰৰ কাষ চাপিলে কিবা ভাৱত শৰীৰ ৰোমাঞ্চিত হৈ উঠে, যিহেতু ই ভাৰতৰ দুজনা মহান ব্যক্তিক গোপন কৰি ৰাখিছে। সেয়েহে ইয়াৰ পৰিবেশত এটি গভীৰতা লুকাই আছে।

এয়ে গৌৰৱময় দিল্লী, যমুনা যাৰ বক্ষস্থলেদি বৈ গৈছে আৰু বৈ থাকিব—দুয়োপাৰে বহুত মানুহ, বহুত ইতিহাস, বহুত যুগৰ বহুত আশা লৈ লৈ।

# যতীন্দ্ৰনাথ দুৱৰা

চক্ৰেশ্বৰ ভট্টাচাৰ্য্য

কবি যতীন্দ্ৰনাথ দুৱৰাৰ কথা ভাবিলেই কলিকতাৰ বীডন ষ্ট্ৰীটৰ ফ্লেট এটালৈ মনত পৰে। বাহিৰৰপৰা ফ্লেটটোৰ বিশিষ্টতা একো নাই। কলিকতীয়া নিম্ন মধ্যবৰ্তী আবাস অঞ্চলত এনে ফ্লেট হাজাৰ-বিজাৰ আছে। কিন্তু ফ্লেটটোৰ দুৱাৰখন মেলি ভিতৰ সোমালে মুহূৰ্ততে আন এখন ৰাজ্যত সোমোৱা যেন লাগে। দুটা কুঠৰীৰ ফ্লেটটো যেন বৈশিষ্ট্য লৈ অকলশৰীয়াভাৱে হাজাৰ-বিজাৰৰ মাজত লুকাই আছে আত্ম-সমাধিস্থ হৈ। দুৱাৰত সামান্য এটা ঠেলা মাৰি কানদৰীয়া কৰিলেই সাধনৰ সুপৰিচিত মিচিকীয়া হাঁহিয়ে আপোনাক সম্ভাষণ জনাব আৰু সি আপোনাক চকুৰ ইঙ্গিতেৰে বুজাই দিব যে আপুনি বিচৰা মানুহজন ঘৰতে আছে বা নাই। সচৰাচৰ আপুনি ইতিসূচক ইঙ্গিতকে পাব, কিয়নো ঘৰৰ দ্বিতীয় অধিবাসী জন প্ৰায়ে বাহিৰলৈ নাযায়, গ'লেও বাহিৰত বৰ বেচি সময় নাথাকে। সাধনৰ ইঙ্গিতৰ ওপৰত নিৰ্ভৰ কৰি আপুনি অনায়াসে কুঠৰীৰ ভিতৰলৈ সোমাই যাব পাৰিব, মাথোন দুৱাৰমুখত অলপ সময় থমকি ৰব। সিফালে দেখিবলৈ পাব এখন আওজা মাচিয়াত বহি ধুনীয়া বিতুচকু এযোৰ পিন্ধি গৌৰ-তনু লোক এজনে কিবা পঢ়ি বা লিখি আছে। জহ কালি গাত এটা শুধ বগা পাঞ্জাবী আৰু ধুতি; জাৰ কালি হ'লে উনী শ্বাল। আপোনাৰ উপস্থিতি গম পোৱাৰ লগে লগে চঁক খোৱা হৰিণীৰ নিচিনাকৈ মানুহজন উচাপ্ খাই উঠিব, হাতত থকা কিতাপ বা বহীখন কৰবাত লুকাই থবলৈ চেষ্টা কৰিব। তাৰ পাচতহে আপোনালৈ অলপ আত্মবিশ্বাসৰ ভাৱ লৈ চাই পঠিয়াব। মুহূৰ্ততে মুখমণ্ডলত এটি মিচিকীয়া হাঁহি বিয়পি পাৰিব। আপোনাক আথে বেথে মাতিবলৈ ধৰিব—"অ' দুষ্ট ল'ৰা, তুমিহে।



আজি ইমান দিনে ক'ত লুকাই আছিলা ?" বুদ্ধিদীপ্ত বহল চকুযুৰি এটি ল'ৰাৰ সৰলতাই ধুৱাই দি যাব। আপোনাক হাতত ধৰি নি ওচৰৰে চকী এখনত বহিবলৈ দিব। মানুহজনৰ সৰল আন্তৰিকতাত আপুনি পাহৰি যাব যে আপুনি অসমীয়া সাহিত্যৰ বৰ্তমান যুগৰ শ্ৰেষ্ঠ ৰোমান্তিক কবিৰ লগত বহি আছে। এৱেঁ হ'ল বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা। সাধন আছিল তেওঁৰ আলধৰা আৰু অকলশৰীয়া জীৱনৰ লগৰীয়া।

আজীৱন অবিবাহিত দুৱৰাদেৱৰ সকলোতে এটা আভিজাত্যসুলভ শৃঙ্খলাৰ ভাৱ আছিল। তেখেতৰ কুঠৰী মই কোনো দিনে অপৰি-পাটি হৈ থকা দেখা নাই। শেতেলীৰ কাপোৰ, গাৰু আৰু কিতাপ-পত্ৰ সদায় নিয়াৰিকৈ সজাই থোৱাকে লক্ষ্য কৰিছোঁ। আনকি শোৱা কোঠা-লীৰ দেৱালৰ বোলো আছিল আকাশী নীলা, ওচৰৰ আনবোৰ ফ্লেট দুৱৰা-দেৱৰ ফ্লেটৰ নিচিনাকৈ 'ৰিকণ্ডিশ্যনড্' কৰা হোৱা নাছিল। ফ্লেটটো যেন আছিল দুৱৰাৰ আত্মগোপনৰ নিৰল আশ্ৰয়। সমাজৰ সতৰ্ক লক্ষ্যৰপৰা ৰক্ষা পৰিবলৈ তেওঁ যেন নঙলামুখৰ দুৱাৰত 'শলখা লগাই' পাহৰণি নৈৰ সোঁতত নাও এৰি দি ভটীয়নিৰ যাত্ৰাত ব্যস্ত আছিল।

এই ফ্লেটটোতে কলিকতীয়া জীৱনৰ ভালেমান মধুৰ সন্ধিয়া দুৱৰা-দেৱৰ লগত কটোৱাৰ সৌভাগ্য হৈছিল। কিছুদিন মোৰ অতি মৰমৰ বন্ধু কবি অমূল্য বৰুৱাও দুৱৰাদেৱৰ ফ্লেটত আছিল। গতিকে দুৱৰাদেৱৰ ঘৰলৈ মই প্ৰায়ে যাবলগীয়া হৈছিল। এই চলতে কবি দুৱৰাৰ ব্যক্তিত্ব সম্বন্ধে কিছুদূৰ চা-চিনাকি হোৱাৰো সুবিধা পাইছিলোঁ।

দুৱৰাদেৱ বয়সত আমাতকৈ প্ৰায় দুগুণ ডাঙৰ হ'লেও মনৰ ফালৰ পৰা হ'লে আছিল তেনেই এটি সৰু ল'ৰাৰ নিচিনা। সৰু ল'ৰাৰ নিচিনা কি কথাত ঠেহ পাতে কব নোৱাৰি, কিন্তু অন্তৰৰ দুৰ্বল তাঁৰত অলপমান মৰমৰ আঁচোৰ মাৰিলেই ঠেহ ভাঙিব পাৰি। অমূল্য আৰু মই মাজে সময়ে দুৱৰাদেৱৰ জগৰ লগাই পিচত আকৌ ৰোহ ভাঙি দুষ্টালি কৰি আমোদ উপভোগ কৰিছিলোঁহঁক। কিন্তু দুৱৰাদেৱে আমাৰ সুপৰিকল্পিত দুষ্টালিৰ কথা সমূলি গম নাপাইছিল। তেওঁৰ অন্তৰখন আছিল ইমানেই সৰল।

দৰাচলতে যতীন দুৱৰাৰ সমগ্ৰ জীৱনটোৱেই আছিল এটা বিৰাট ঠেহ-অভিমান। নিজৰ অভিমান ভাঙোতাজনক বিচাৰি বিচাৰিয়ে তেওঁৰ কাব্য জীৱনৰ সূচনা আৰু সমাপ্তি ঘটিল। 'হায়! অভিমানী মোৰ, কোনে তোৰ ভাঙি অভিমান, চেনেহৰে ধৰিব যোগান ?' কিন্তু তেওঁৰ দিগন্ত বিয়পা অভিমান ভাঙিবলৈ উলহ-মালহৰ উজনিত কোনো নোলাল, গতিকে তেওঁৰ নাও ভটীয়নি সোঁতত উটাই দিলে।

ৰোমান্তিক কাব্যৰ মূল প্ৰবাহ সাধাৰণতে আত্মকেন্দ্ৰিক। ৰোমান্তিক কবিয়ে আত্মপীড়নৰপৰাও কিছুদূৰ বিকৃত সুখ অনুভৱ কৰে। দুৱৰা-কাব্যত এই দুয়োটা গুণ অতিশয় অধিক মাত্ৰাত লক্ষ্য কৰা যায়। কিবা এটা ৰহস্যময় মুহূৰ্তত দুৱৰাই জীৱনৰ ইন্দ্ৰধনুসনা আশাত প্ৰচণ্ড আঘাত পায়, সেই আঘাতে তৰুণ কুমলীয়া অন্তৰ বিকল কৰি দিয়ে আৰু অৱশেষত গৈ সিয়ে অবচেতনত বজ্ৰখামোচ মাৰি ধৰে। গতিকে কবি হৈ পৰে তেনেই আত্মকেন্দ্ৰিক। প্ৰত্যেক মানুহৰ জীৱনতে ঘাত-প্ৰতিঘাত আছে, কবি অন্তৰত বিশেষকৈ সেইবোৰে বাৰে বৰণৰ প্ৰতিক্ৰিয়া তোলে। কিন্তু তেনেবোৰ ঘাত-প্ৰতিঘাতে কবিৰ কাব্য-জীৱনৰ ব্যক্তিত্ব বলিষ্ঠ কৰাত সচৰাচৰতে সহায়হে কৰে। সমাজ চেতনা, প্ৰকৃতিৰ লগত অভিন্নহৃদয়তা স্থাপনৰ বা আধ্যাত্মিক অনুশীলনৰ দ্বাৰা কবিয়ে নিজৰ কাব্য সাধনাৰ বাবে ব্যক্তিত্ব গঢ়ি তোলে। ফলত আত্মপীড়নৰপৰা ভালেখিনি সকাহ পায়। কিন্তু দুৱৰাৰ ক্ষেত্ৰত এইটো হ'লে সম্ভৱপৰ নহ'ল। তেওঁ আজীৱন নিজৰ ওপৰত, সমাজৰ ওপৰত, আনকি ভগৱন্তৰ ওপৰতো ৰোহ পাতিয়ে কটাই দিলে। দুৱৰাৰ কাব্যৰ ৰস নিৰ্মম আত্মপীড়নৰ ছেপাশালৰ পৰা ওলোৱা। তেওঁৰ কবিতা জেতুকাপাতৰ নিচিনা বাহিৰতহে সেউজীয়া বৰণেৰে ঢকা। সেই হেতুকেই দেশৰ ওপৰেদি বাগৰি যোৱা দোকোলটঁকা বাজহুৱা বিপ্লৱৰ বানে তেওঁৰ কাব্যৰ ওপৰত অলপো প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিলে, তেওঁৰ ভটীয়নি যাত্ৰাৰ নাও ক'তো এবাৰো থমকি নৰল।

দুৱৰাদেৱৰ অন্যতম অভিন্ন হৃদয়বন্ধু আৰু লগৰীয়া দেশনেতা ৰোহিণীকুমাৰ চৌধুৰীৰ লগত দুৱৰাৰ বিষয়ে অকলে আলোচনা কৰাৰো এবাৰ সুযোগ পাইছিলোঁ। দুৱৰাদেৱৰ প্ৰতি চৌধুৰীদেৱৰ অতিশয় মৰম আছিল। দুৱৰাৰ কথা উল্লেখ কৰোঁতেই কৰ্মচঞ্চল উচ্চাকাঙ্ক্ষী চৌধুৰীদেৱে মোক ক'লে, "অ, তুমি যতীনৰ কথা কৈছা, সি হৰলা তোমালোকৰ ডাঙৰ কবি। তাৰ কবিতাত পাবা কি—জোনাক, ৰেণু, পাপৰি আদি নহয় জানো ? হয়তো ছোৱালীয়ে তাৰ কবিতা পঢ়ি ভাল পাব পাৰে, কিন্তু তোমালোক ডেকাহঁতেও তাৰ কাব্যৰ কানি খাবলৈ লৈছানেকি ?" এই বুলি চৌধুৰীদেৱে মোক ঠাট্টা কৰাৰ কথাও মনত আছে।

আত্মবিশ্বাসৰ অভাৱ হ'ল কবি দুৱৰাৰ ব্যক্তিত্বত আন এটা লক্ষণীয় বিষয়। সেইবাবে তেওঁ অসমীয়াৰ কাব্যত চিৰশিশু হৈয়ে ৰ'ল, অথচ বিচাৰবুদ্ধি, অধ্যয়নৰ পৰিধি আৰু ভাষাজ্ঞানৰ ফালৰপৰা তেওঁ আমাৰ অন্যতম শ্ৰেষ্ঠখাপৰ সাহিত্যিক। দুৱৰা-কাব্যৰ ৰস উপলব্ধি কৰিবলৈ



বৰ অধিক সূক্ষ্ম বুদ্ধি, জটিল তৰ্কজ্ঞান অথবা 'ক্ৰছৱৰ্ড-পাজল' ভঙাৰ অভিজ্ঞতাৰ প্ৰয়োজন নহয়, এখন অনুভূতিশীল হিয়া হলেই যথেষ্ট। তেওঁৰ কাব্যধাৰা স্বচ্ছ, গতি শৰতকালৰ ভৈয়ামৰ জুৰিটিৰ নিচিনা। তেওঁৰ কাব্যধৰ্মৰ লগত খাপ খোৱাকৈ কেইটামান সৰল ছন্দতে তেওঁ কবিতা ৰচনা কৰি থৈ গৈছে। সেইবোৰত বৈচিত্ৰ্য নহব প্লাৰে, কিন্তু তেওঁৰ প্ৰবাহৰ লগত হ'লে তেনেই খাপ খোৱা। আনহাতে গ্ৰেৰ এলিজী আৰু ফিটজেৰাল্ডৰ ওমৰ খায়ামৰ অসমীয়া ভাঙনীয়ে যতীন দুৱৰাৰ ভাষাজ্ঞান আৰু কাব্যৰচনাৰ ক্ষেত্ৰত কলা-কৌশলৰ চানেকি যুগমীয়া কৰি থৈ গৈছে। দুৱৰাৰ ভাঙনীয়ে মূল কাব্যৰ ৰস প্ৰায় সম্পূৰ্ণভাৱে ৰক্ষা কৰিব পাৰিছে ; কাব্য অনুবাদত এনে কৃতিত্বৰ চানেকি উপেক্ষাৰ কথা নহয়। The curfew tolls the knell of parting day" "কাষৰ দ'লৰ পৰা ডবা কাঁহ বাজি সন্ধিয়াই দিছেহি জাননী।" এই দুয়ো শাৰী কবিতাৰ যি কোনো এশাৰী বাছি ল'লেই পাঠকে কবিতাৰ মূলৰস উপভোগ কৰাত অলপো বাধা নাপায়। এইদৰে কেইজন কবিয়ে অনুবাদৰ ক্ষেত্ৰত কৃতিত্বৰ দাবী কৰিব পাৰে ?

কলাকাৰ সদায় অকলশৰীয়া, নিৰলাত ধ্যান নকৰিলে কলাৰ অধিষ্ঠাত্ৰীয়ে কৃপা নকৰে। কিন্তু যতীন দুৱৰা অকল কলাৰ সাধনাতে নহয়, জীৱন-যাত্ৰাতো তেনেই অকলশৰীয়া হৈয়ে গ'ল। তেওঁক লাগে এনে এখনি অকলশৰীয়া সৰগ—

একাকাৰ য'ত
আকাশ পৃথিৱী দুয়ো
নিৰাধাৰ জীৱন বিহগ
যিখন সভাত মোৰ গান নয়ে গাওঁ
শুনি শুনি নয়ে তল যাওঁ।

ৰবিনচন ক্ৰুছোৰো ফ্ৰাইডে'ৰ প্ৰয়োজন হৈছিল; গতিকে দুৱৰাৰ অভিমানী হৃদয়ৰ বাবে এনে এখন সৰগ ৰচিব কৰ পৰা ?

প্ৰকৃততে তেওঁৰ অন্তৰেও তেনে এখন সৰগ কোনো দিনে কামনা নকৰে ; সেইটো হ'ল তেওঁৰ ঠেহৰ অভিব্যক্তি বিশেষ, কিয়নো তেওঁৰ অন্তৰে বিচাৰিছিল—

চকুযুৰি মুদাৰ আগেয়ে—
চালো আহি তোমাৰ মৰম;
মৰণৰ আগেয়ে এবাৰ
হক মোৰ সাৰ্থক জনম।

কবিৰ এই ইচ্ছা পূৰণ আৰু নহ'ল। এতিয়া যিখন সৰগলৈ কবি গ'ল তাত যেন তেওঁ আৰু অকলশৰীয়া হৈ থাকিব লগীয়া হোৱা নাই, ইয়াকে কামনা কৰোঁ।

## আলোচনাৰ সাধাৰণ বিষয়

# চৰাই চিৰিকতি

ড° বিৰিঞ্চিকুমাৰ বৰুৱা

প্ৰাচীন-অসমীয়া ভাষা-সাহিত্যৰ বিষয়ে কেনে ধৰণৰ আলাচনা হব পাৰে—এই বিষয়ে কোনো কোনো ছাত্ৰ-ছাত্ৰীয়ে সুধিছে। ডাঙৰ বিষয়লৈ নগৈ সৰু সৰু বিষয়েও মনোৰম আলোচনা কৰিব পাৰি। এটা বিষয় হব পাৰে, পুৰণি অসমীয়া সাহিত্যত পশু-পক্ষী আৰু উদ্ভিদ। দৃষ্টান্ত স্বৰূপে এই প্ৰবন্ধত চৰাইৰ বিষয়ে সামান্যভাৱে আলোচনা কৰোঁ।

প্ৰথম হ'ল, অসমীয়াত চৰাই বুজোৱা কিমান শব্দ আছে; এইবোৰৰ প্ৰকৃত অৰ্থ আৰু ব্যুৎপত্তি কি (ভাষাতত্ত্বৰ পিনৰপৰা আলোচনা), চৰাই বুজাবলৈ পুৰণি অসমীয়াত ব্যৱহৃত হোৱা কেতবোৰ শব্দ: পখি (পক্ষী) খগ, চটক, বিহগ, শকুনি, বিহঙ্গ, বিহঙ্গম। আধুনিক অসমীয়াত (কবিতাৰ বাহিৰে) অৱশ্যে এইবোৰ প্ৰতিশব্দৰ ব্যৱহাৰ নাই। তাৰ ঠাইত সংস্কৃত চটকৰপৰা উত্তৰ হোৱা চৰাই শব্দৰহে বহুল প্ৰয়োগ আছে। (চিৰিকা, যেনে ঘন- বা ঘৰ-চিৰিকা। চৰাই ধৰা ফান্দ বুজোৱা ছিটিকা বা চিটিকা শব্দও সম্ভৱ চটকৰপৰাই আহিছে।)

হৰিহৰ বিপ্ৰৰ বব্ৰুবাহনৰ যুদ্ধত চৰাইৰ নাম থকা পদঃ—

হংস পৰাৱত বক শেন যত পক্ষী।
কৈৰ মৈৰা কুকুৰা বালুকি আছে লেখি ॥



সাৰঙ্গ কুৰুৱা ভেৰা কুপতি কুৰুছুয়া।
পানী কাউৰ যোগৰা মাছুৰঙ্গা দেৱসুয়া ॥
ভদ্ৰকালি কাম কোঢ়া মসুৰা টিটিবি ॥
টেপচি শালিকী টুনি কনোৱা মুছৰি ॥
দেৱ-চৰাই ঘৰ-চৰাই শগুন টোকোৰা।
বৰয়াল পুণ্ডৰীক গোবৰ খোচৰা ॥
গঙ্গাচিলা ফাকুচিলা বাবই পক্সিলা।
কোৰঞ্চ কুৰুৱা পেঞ্চা ডিঙ্গৰঙ্গা চিলা ॥

মাধৱ কন্দলিৰ ৰামায়ণত জলচৰ পক্ষীৰ প্ৰসঙ্গত আছেঃ—

ৰাজহংস চক্ৰবাক উৱয় সাৰঙ্গ।
ডাউক সৰালী কোঢ়া চটক বিহঙ্গ ॥
লৰুআলি ভেলা খোগ আৰু উৰিকাঙক।
পাতিকাউৰ পানীকাউৰ আৰু মৎসৰঙ্গ ॥

শঙ্কৰদেৱৰ ৰচনাত জলচৰ পখীৰ উল্লেখ ঃ—

শোভে চক্ৰবাক ৰাজহংস জাক
মৃণাল ভুঞ্জে উভঞ্জি।
কোঢ়া কঙ্ক বক বিবিধ চটক
ভ্ৰমন্ত নিৰ্ভয় ভাব।
অমৃত সমান জল কৰি পান
তেজে সুললিত ৰাৱ ॥

কন্দলিৰ ৰামায়ণৰ লঙ্কা বৰ্ণনাত উল্লেখ থকা পক্ষীৰ নামঃ—

সুৱৰ্ণৰ হংস লাড়ু আলি চক্ৰবাক।
সুৱৰ্ণৰ শৰালী উৱয় জাকে জাক ॥
সুৱৰ্ণৰ ময়না ভাটৌ চুটিয়া শালিকা।
সুৱৰ্ণৰ কপৱতি ফিঞ্চা পুণ্ডৰীক ॥

বিদগধ (বিদগ্ধ) পখীৰ উল্লেখত ৰামায়ণত আছেঃ—

কতো দূৰে দেখিলন্ত বিদগধ পখি ॥
মনুষ্যৰ ৰাৱ কাঢ়ে সকল কালীকা।
ময়না ঘৰুৱা ভাটৌ চুটিয়া শালিকা ॥
কতো কতো কন্তে পুৰে বঢ়ে ঢোঙাকাক।
সম্যকে ভাষাৰৈ যেন মনুষ্যৰ বাক ॥

—এইবোৰ পোহনীয়া আৰু মাতলোৱা পখীৰ শাৰীৰ।

প্ৰাচীন অসমীয়া পুথিৰপৰা চৰাই নাম থকা বহুপদ চয়ন কৰিব পাৰি। ইয়াত মাথোঁ হাতৰ কাষতে পোৱা, কেইখনমান পুথিৰপৰা উদ্ধৃতি কৰা হ'ল। ওপৰৰ পদত উল্লেখ থকা চৰাইৰ বাহিৰেও আৰু কেতবোৰ নাম অ'ত ত'ত পোৱা যায়। যেনেঃ—কাক, ঢোঁঢাকাক, কুক্কুট, কুকিল, খঞ্জন, চক্ৰবাক, চাকৈ-চকোৱা, চাতক, গৰুড়, গৃদ্ধ, পৰভূত, ভাৰদ্বাজ, বাঢ়েটোকা, বাদুৰ, ভৃঙ্গৰাজ, ভৰুণ্ড, বায়স, সাৰস, শুক, হাৰিয়া, (হাৰিত) কপৌ (কপোত)।

ভাস্কৰবৰ্মাই হৰ্ষলৈ পঠোৱা সন্দেশৰ ভিতৰত জীৱন-জীৱক পক্ষীও আছিল। কোনো কোনোৱে ইয়াক চকোৰ শ্ৰেণীৰ বুলি নিৰ্দেশ কৰিছে। কৌটিল্যৰ অৰ্থশাস্ত্ৰত কিন্তু জীৱন-জীৱক এটি বিভিন্ন চৰাই বুলি নিৰ্দেশ কৰা হৈছে। পক্ষী-বিজ্ঞান মতে পৃথিৱীত প্ৰায় দহ হাজাৰ শ্ৰেণীৰ চৰাই আছে; ইয়াৰ কিমান অসমত আৰু কিমানৰ অসমীয়া নাম আছে—সিও অনুসন্ধানৰ বিষয়।

পক্ষী সম্বন্ধীয় নানা আখ্যান—সাহিত্য, কিম্বদন্তি, বিশ্বাস পুৰণি অসমীয়া সাহিত্য আৰু সাধুকথাত সিঁচৰিত হৈ আছে। ৰামায়ণত আছে যে কাউৰীয়ে সীতাৰ স্তনত খুঁটিওৱাত ৰামে শাপ দিয়ে; তাৰে ফলত কাউৰীৰ চকুৰ মণি হ'ল এটা; এই চকুৰ মণিটোৱে সোঁৰ পৰা বাওঁ চকুলৈ অহা যোৱা কৰি থাকে। বৈশ্বদেৱৰ লগতে কাউৰীয়েও যজ্ঞৰ প্ৰসাদ পায়।

কাউৰী সম্বন্ধীয় প্ৰবাদ বচন হ'লঃ যেন ঠোঁট কটা কাউৰ; সোন্দা কল লৈয়ে যায় যেন ঢোঁঢা কাক,

কপোত বা কপৌৰ মতা মাইকীৰ সাধাৰণতে বিচ্ছেদ নঘটে। কপৌৰ জাত শত্ৰু হ'ল শেন: শেনৰ আগে কম্পে যেন কপোত। কুক্কুট বা কুকুৰাই পুৱাৰ সঙ্কেত জনায়। ই প্ৰেমিকৰ শত্ৰু, কিয়নো পুৱাতে প্ৰেমিকাৰপৰা পাটীৰ সঙ্গ এৰিবলৈ ডাক দিয়ে (কুকুৰাৰ বিষয়ে "অসমৰ লোক-সংস্কৃতি"ত আলোচনা কৰা হৈছে।) কুকিল সুমধুৰ স্বৰৰ কাৰণে সমাদৃত; বসন্ত কাল আৰু প্ৰেমৰ লগত কুকিলৰ সম্বন্ধঃ

কুহু কুহু ধ্বনি কোকিলৰ শুনি,
বহয় মলয়া বাৱ ॥

চতুৰ কোকিলে কাউৰীৰ বাঁহত কণী পাৰে—সেই বিষয়েও পদ আছে। চক্ৰৱাকে (চাকৈ-চকোৱা) ৰথৰ চক্ৰৰ দৰে ভ্ৰমে; মতা-মাইকী দুয়োৱে দিনতো একে লগে চৰে; ৰাতি হলে বিচ্ছেদ ঘটে; দুয়ো ৰাতি নদীৰ দুপাৰে বাস কৰে। খঞ্জনে খোৱাৰ দৰে ফুৰে; থিৰেৰে ক্ষন্তেক ৰব



নোৱাৰে। জোনৰ পোহৰ পান কৰি চকোৱা জীয়াই থাকে। চাটক সদায় পানীৰ পিয়াহত পানী পিউ পানী পিউ কৈ থাকে; মেঘলৈ চাই চাই বৰষুণৰ পানী পিবলৈ বিচাৰে।

গৰুড় সাপৰ জাত-শত্ৰু; গৰুড়ৰ জন্ম আৰু জীৱন সম্পৰ্কীয় বহু আখ্যান আছে; ইয়াৰে সৰহভাগ সংস্কৃত সাহিত্যৰপৰা অহা। গৰুড় বিষ্ণুৰ বাহন, পক্ষীৰ ৰজা, ইন্দ্ৰক যুঁজত জয় কৰিছিল আৰু অমৃত হৰণ কৰিছিল—এনে বহুত আখ্যান আছে।

হংস, ৰাজহংস, কলহংস, ধাৰ্তৰাষ্ট্ৰ, মৰাল—এইবোৰ বিভিন্ন জাতীয় হাঁহৰ নাম। ৰাজহংস হাঁহৰ ৰজা; মানস সৰোবৰত বাস। মৃণাল ভূঞ্জে, পানীৰপৰা গাখীৰ পৃথক কৰি পান কৰে। ই শুভ্ৰ বৰণ আৰু মনোহৰ নাদৰ সৰ্বদোষ বৰ্জিত পক্ষী। হংস সৰস্বতীৰ বাহন। লক্ষ্মীৰ বাহন ফেঁচা। ই নিশাচৰ। ফেঁচাৰ লগত কাউৰীৰ চিৰকলীয়া বিবাদ। ফেঁচা চৰাইৰ ৰজা হওঁতে কাউৰীয়ে আপত্তি কৰিলে—এয়ে বিবাদৰ মূল কাৰণ বুলি এটি জাতকত আছে। এই প্ৰসঙ্গত "তপত তেলত বুৰ মাৰি ফেঁচু ৰজা হ'ল"—এই সাধুটো মন কৰিব লগীয়া।

ম'ৰা, মৈৰা, মোৰ, ময়ূৰৰ নাম। ম'ৰাক ১৯৬৩-ৰ পৰা ভাৰতৰ জাতীয় পখী স্বীকৃত কৰা হৈছে। প্ৰাচীন ভাৰতীয় আৰু অসমীয়া সাহিত্যিকে মধূৰক এই স্বীকৃতি তেওঁলোকৰ সাহিত্যত নানা ভাৱে দি গৈছে। ভাৰতীয় আৰু অসমীয়া চিত্ৰ ভাস্কৰ্য্যতো ময়ূৰৰ প্ৰাধান্য আছে। শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ কাষত পোৱা পোৰা মাটিৰ ফলকত যুগল ময়ূৰৰ চিত্ৰ আছে। ময়ূৰবাহন কাৰ্তিকৰ কেইবাটিও মূৰ্তি অসমত পোৱা গৈছে। অসমৰ কোনো কোনো মন্দিৰ আৰু নামঘৰৰ কলসিত ময়ূৰ মূৰ্তি স্থাপন কৰা হয়। এই ব্যৱস্থাৰ কিছু তাৎপৰ্য্য নোহোৱা নহয়। ময়ূৰ শব্দটো সংস্কৃত 'মী'-ৰ পৰা আহিছে; অৰ্থ হৈছে বধ কৰোঁতা। ময়ূৰে সাপ মাৰে; ময়ূৰ সাপৰ জাত-শত্ৰু (ভূজঙ্গভুক)। ইয়াৰ অন্য এটা নাম ধ্বজিন্ (গৰ্বী), সেই কাৰণেও ইন্দ্ৰৰ ধ্বজাৰ দৰে ময়ূৰক মন্দিৰৰ কলসিত স্থাপন কৰা হয়। ইন্দ্ৰৰ লগত ময়ূৰৰ সম্পৰ্ক সম্বন্ধে ৰামায়ণত এটি আখ্যান আছে।

মৰুত্ত ৰজাই এক যজ্ঞৰ আয়োজন কৰিছিল; যজ্ঞলৈ সকলোবোৰ দেৱতা আহিছিল। বৃহস্পতিৰ ভায়েক সংবৃত্ত হ'ল যজ্ঞৰ প্ৰধান পুৰোহিত। অকস্মাতে যজ্ঞস্থলত ৰাৱণ উপস্থিত হ'ল। দেৱতাসকলে ৰাৱণৰ ভয়ত পশু ৰাজ্যলৈ পলাই গৈ প্ৰত্যেকে পশুৰ ৰূপ ধাৰণ কৰিলে। ইন্দ্ৰ হ'ল ম'ৰা, যম হ'ল কাউৰী, কুবেৰ হংস ইত্যাদি। ৰাৱণ আঁতৰ হোৱাৰ লগে লগে দেৱতাসকল যজ্ঞস্থলিত পুনৰ উপস্থিত হ'ল। তেওঁলোকে

যেয়ে যি পশুৰ ৰূপ ধাৰণ কৰিছিল, সেইবোৰক বৰ দিলে। ইন্দ্ৰই ময়ূৰক বৰ দিলে; ইন্দ্ৰৰ সহস্ৰ নয়ন ময়ূৰৰ পুচ্ছত মণ্ডিত হ'ব, সাপে ময়ূৰক ভয় কৰিব; বৰ্ষাৰ আগমনত ময়ূৰৰ আনন্দ হ'ব (ইন্দ্ৰক মেঘৰ দেৱতা জ্ঞান কৰি এই কিম্বদন্তী)।

ময়ূৰক বাহন স্বৰূপে লৈয়ে শিখিবাহনে (কাৰ্তিক) তাৰকাসুৰক বধ কৰিবলৈ সক্ষম হৈছিল। এইবোৰ কাৰণেই ময়ূৰ হৈছে বিপদ নাশক; আৰু সেইকাৰণেই ময়ূৰৰ মূৰ্তি মন্দিৰ, নাম-ঘৰৰ শিখৰত স্থাপন কৰা হয়।

ময়ূৰৰ অন্য নামৰ ভিতৰত প্ৰাচীন অসমীয়া সাহিত্যত আছে: শিখী (শিখিন), কলাপি (কলাপিন), কেকা, বৰহি। কলাপী (অৰ্থাৎ বিচিত্ৰ শোভাৰ নেজ) শব্দটো কাৰ্য্য-কলাপ কীৰ্তিকলাপ এই অৰ্থতো ব্যৱহাৰ হয়। কেকা অৰ্থ সুললিত স্বৰ; স্বৰ সপ্তকৰ প্ৰথম স্বৰ। মাধৱ কন্দলিয়ে বৰহি ব্যৱহাৰ কৰিছে। বৰগীতত ম'ৰা আৰু শিখি শব্দ আছে। কৃষ্ণই গৰু চৰাবলৈ যাওঁতে মূৰত ম'ৰাৰ পাখি পিন্ধাৰ বহু উল্লেখ আছে। ময়ূৰৰ উল্লেখ থকা পদ প্ৰবাদ আদি সঙ্কলন কৰিলে--প্ৰাচীন অসমীয়া কবিসকলৰ ময়ূৰ সম্বন্ধীয় জ্ঞান আৰু কল্পনাৰ পৰিচয় পোৱা যাব।

ওপৰৰ উদ্ধৃতাংশত যি বোৰ পখীৰ নাম আছে--সেই সকলোবোৰৰ বিষয়ে 'ভালকৈ আলোচনা হোৱা নাই। এনে আলোচনাৰপৰাও নতুন তথ্য পাব পাৰি। যেনে, পুণ্ডৰীক কি পখী? সংস্কৃতত পুণ্ডৰীক নামৰ জলচৰ পখীৰ উল্লেখ আছে—অসমীয়া পুণ্ডৰীক সেয়েনে? সেইদৰে জলচৰ টিংকই ডিঙ্গ ৰঙ্গানে? ভাৰণ্ড ভৰুণ্ড পক্ষীৰ নাম কোনো কোনো পুথিত আছে; ইয়াৰ দুটাৰ মাজত তিনি ঠেং, (তুলনা এঠেঙীয়া বগলি) এটা পেট, দুটা ঠোঁট। দুয়ো ঠোঁটে একে ফলকে খায়। মসুৰা সম্ভৱতঃ মগৰ--কলাপবিহীন ময়ূৰ। টিটিৰি (তিত্তিৰি; francoline partidge) অন্য এক জলচৰ পখী।

পখী সম্বন্ধীয় বৰ্ণনাৰপৰা কিমান শ্ৰেণীত এইবোৰ ভাগ কৰা হৈছিল তাৰো কিছু আভাস পাব পাৰি। এই বৰ্ণনাসমূহ বিশ্লেষণ কৰি ঘাইকৈ চাৰি শ্ৰেণীত পক্ষীবোৰ ভগাব পাৰি; দেখাত শুৱনী (ভাটৌ) অশুৱনী (কাউৰী) সুললিত স্বৰ (কোকিল); শুৱনী আৰু সুললিত স্বৰৰ (ময়ূৰ)। কেৱল নামৰ তালিকাই নহয়--চৰাইৰ আকৃতি-প্ৰকৃতি, জন্ম বৃত্তান্ত, স্বভাৱ, পোহনীয়া নে বনৰীয়া, জলচৰ নে নভচৰ আদি নানা বিষয়ৰ কথাৰ উল্লেখ আছে।

চৰাইৰ লগত নানা বিশ্বাস জড়িত। চৰাইৰ উৰণ-পতনৰ লক্ষণৰপৰা শুভাশুভ গণনা কৰা হয়। অঙ্গবিদ্যা সম্বন্ধীয় এনে পুথি সংস্কৃত আৰু অসমীয়া দুয়ো ভাষাতে ৰচনা কৰা হৈছিল।



এই প্ৰসঙ্গতে চৰাইৰ লগত সম্বন্ধ থকা অন্য কেতবোৰ কথাৰ আলোচনা কৰিব পাৰি: (১) বিভিন্ন চৰাইৰ মাত (কা কা, কুউ, অ'সখী); (২) বিভিন্ন চৰাইক সম্বোধন কৰা শব্দ আৰু মৰমত দিয়া নাম (পশু-পক্ষী, জীৱ-জন্তুৰ সম্বোধনত কেতবোৰ বিশেষ শব্দ ব্যৱহাৰ কৰা হয়: ভাটৌক 'ভকত'; কুকুৰক মতা হয় ঔচ্ ঔচ্; মেকুৰীক আইচ আইচ ইত্যাদি); (৩) চৰাই ধৰা বিভিন্ন ফন্দি (চিটিকা, ফান্দ; বড়ৰ আঠা, জাল, সজা, পোহনীয়া চৰাইৰ সহায় ইত্যাদি); (৪) চৰাইক পোহ মনোৱা, মাত শিকোৱা আৰু বস্তু চুৰি কৰিবলৈ শিক্ষা দিয়া ব্যৱস্থা; (৫) খেল-ধেমালিত চৰাই (শেন যুঁজ; কুকুৰা-যুঁজ); (৬) পৌৰাণিক (mythical) আৰু সাধুকথাৰ চৰাই। এইবোৰ বিভিন্ন শ্ৰেণীত ভাগ কৰিব পাৰি; সোণ-ৰূপৰ চৰাই (স্বৰ্ণময়ূৰ, -হংস); একাধিক নেজ আৰু জুইৰ শিখা নেজ মুখত থকা; আচৰিত ঠোঁট মানুহ-পশু গিলা চৰাই; খেতি ধ্বংস কৰা; সোণ-ৰূপ প্ৰসৱ কৰা; মঙ্গহ খাই অৰ্থ লাভ; উপদেশ দিয়া, সঁচা কোৱা, সতৰ্ক আৰু ভৱিষ্যদ্বাণী কৰা চৰাই, যাদু জনা চৰাই। (৭) মানুহৰ গুণ আৰু লক্ষণ থকা চৰাই: মানুহৰ মাত-মতা; চৰাইৰ দেশ, সভা, তৰ্ক, আলোচনা, ৰজাপতা আৰু ৰজা, কটকী চৰাই (৮) ধৰ্ম আৰু পূজা-পাৰ্বণ অনুষ্ঠানৰ লগত সম্বন্ধ থকা আৰু পৱিত্ৰ জ্ঞান কৰা চৰাই। (৯) চৰাইৰ বিবাহ; মানুহৰ লগত চৰাইৰ বিয়া। (১০) মানুহৰ সহায়ক আৰু প্ৰাণৰক্ষা কৰা চৰাই আৰু চৰাইৰপৰা পোৱা বিভিন্ন ধৰণৰ সেৱা-শুশ্ৰূষা। (১১)আচৰিত গুণসম্পন্ন চৰাই (সাহিত্যত, কিম্বদন্তীত, বাস্তৱত)। (১২) এই সকলোবোৰৰ তুলনামূলক আলোচনা, অৰ্থাৎ—কোনবোৰ সৰ্বভাৰতীয় আৰু কোনবোৰ বহিভাৰতীয় (মধ্যপ্ৰাচ্য, চীন আৰু দ্বীপময় ভাৰতৰ লগত কিমান সাদৃশ্য—তাৰ আলোচনা)।

বিষয় সঙ্কেতৰ এই তালিকা আৰু দীঘল কৰিব নোখোজোঁ। এইবোৰ বিষয় প্ৰকাশৰ প্ৰস্তুতিত থকা Flora and Fauna in Early Assamese Literature নামৰ প্ৰবন্ধৰ চৰাই শীৰ্ষক স্তম্ভত আলোচনা কৰা হৈছে।

# অসমীয়া জাতিৰ আৰু সাহিত্যৰ ভৱিষ্যত

ডিম্বেশ্বৰ নেওগ

কিছুমান শিল ' বা ইটাৰ দ'মেই যেনেকৈ ৰাজকাৰেং নহয়, কিছুমান কিতাপৰ সমষ্টিয়েই তেনেকৈ এটা জাতীয় সাহিত্য নহয়। জাতীয় চৰিত্র প্রকৃততে জাতীয় সাহিত্যৰ ৰাজহাড়, যি সাহিত্যত এই জাতীয় চৰিত্র প্রস্ফুটিত নহয়, সেই সাহিত্য তথা সেই জাতিৰ ভৱিষ্যত নিশ্চয় শঙ্কাজনক। "আমি বহুত বাট খোজ কাঢ়িলোঁ" বুলিয়েই "আমি বহুত বাট আগবাঢ়িলোঁ" নুবুজায়। অৱশ্যে সাহিত্যৰ "মেৰী গ'-ৰাউণ্ড" বা ৰঙৰ ঘোঁৰাত উঠা মানে বহুত ঘূৰাহে, বহুত যোৱা নহয়।

অসমীয়াৰ আত্মসন্তুষ্টিৰ দিন কেতিয়াবাই উকলিল; এতিয়া আত্মবিচাৰৰ পৈণত সময়। ১৮২৬ৰ ২৪ ফেব্রুৱাৰীত অসমীয়াৰ দিঠকৰ সপোন লিপিবদ্ধ হয়, মান-ইংৰাজৰ সন্ধি হ'ল, মাজমূৰত অসমখন অসমীয়াৰ হাতৰ পৰা গ'ল। আজিও আমাৰ সেই দিঠকৰ সপোন ভগা নাই, মেলা চকুৰে আজিও টোপনি জালত! কানি নিবাৰণ হ'ল, কিন্তু কানিৰ জাল এতিয়াও আমাৰ তেজৰপৰা গুচা নাই।

অসম মাতৃৰ কেতিয়াবাই শিৰচ্ছেদ হ'ল; তাৰ পাচত পদচ্ছেদ আৰু বাহুচ্ছেদ! কিন্তু আমি ইমান মাতৃভক্ত যে এতিয়ালৈকে মাটিৰপৰা মূৰতুলি চাব পৰা নাই!! ইয়াকে দেখি নেদেখাজনৰ উপৰিও দেখা-শুনায়ো হাঁহি সামৰিব পৰা নাই নিশ্চয়, যদিও ই পুতৌৰ হাঁহি অৱশ্যে।

মান-মৰাণৰ দিনত অসমৰ বসুমতীয়ে ভালকৈ জোঁকাৰ খালে, কিন্তু অসমীয়া ইমান বুদ্ধিমান যে পৃথিৱীখন তেতিয়াও খামুচি ধৰিয়ে থাকিল। অসমৰ তেতিয়া আৰু কোনো ভৱিষ্যত নাছিল; কিন্তু অন্ততঃ বৰ্তমানটো আমাৰ হাতৰপৰা কোনেও নিব নোৱাৰে, এয়ে আমাৰ সান্ত্বনা বা



আত্ম-প্ৰৱঞ্চনা আছিল। সেই বৰ্তমানো আমাৰ হাতৰপৰা পিছলি গ'ল; আমি আজি অকল এটা ঠেং মাটিত আৰু ইটো ঠেং শূন্যত দি যি অস্থিৰ সমতা ৰক্ষা কৰিছোঁহক, ইও যে চাবলগীয়া দৃশ্য সন্দেহ নাই।

অসম যে সদায় নাৱে-গাঁৱে অসম। জগতখন যদি আজি বিমানৰ গতিত আগবাঢ়িছে, আমি আমাৰ যে বোপাই-ককাৰ খোজটো এৰা নাই তাৰ বাবে নিজকে শলাগিছোঁ। যোৱা এশ ডেৰশ বছৰলৈকে চাওঁহঁক, এনে শামুকৰ গতিৰে আগবঢ়া জাতি পৃথিৱীত কেইটা? "মোৰ সুখ স্বচ্ছন্দতাই দেশৰ সুদিন, মোৰ ধন-সম্পত্তিয়েই দেশৰ সমৃদ্ধি!" এনেদৰে ভবা লোক আজি বাচিয়া আমেৰিকাৰ ভিতৰতো শতকৰা কেইজন ওলাব!

জুইক কাপোৰেৰে ঢাকিব নোৱাৰি নিশ্চয়, গতিকে জাতিৰ এই মাৰাত্মক আত্মহত্যাকৰ ৰূপটোৱেই সাহিত্যতো প্ৰকাশ পাইছে। একালত মুমূর্ষু ৰুচ জাতিৰ মুখত মৃত-সঞ্জীৱনী ঢলাব নিচিনা সাহিত্যৰ সলনি আজি জাতিক নৈতিক অধঃপতনৰ থিয় গৰাত গতিয়াই দিয়াৰ নিচিনা সাহিত্যই অসমত দ'ম বান্ধিছে, আৰু দেশৰ ভাবুক লোক যদি সহস্ৰৰ মাজত এজন আছে, তেওঁলোকেও কাণ-সৰালি মাৰি 'প্ৰকৃতিং যান্তি ভূতানি, নিগ্ৰহ কিং কৰিষ্যতি' বুলি অদৃষ্টবাদী হৈ বহি আছে। কিন্তু অন্ততঃ আজিৰ জগতত যে বহিবৰহে নালাগে থিয় হৈ থাকিবৰো ঠাই নাই তাকো আমি বুজা নাই।

পৰিৱৰ্তনশীল বুলিয়েই জগত, কিন্তু তাৰ ভিতৰতে একমাত্ৰ অপৰিবৰ্তনীয় বস্তু অসমীয়া-স্বভাৱ। যদি অসমীয়াই কেতিয়াবা স্বভাৱ সলাইছিল সি হ'ল মানৰ দিনৰ কথা, তাৰ পাচত অসমীয়াই নিজ স্বভাৱ ৰক্ষা কৰিয়ে আছে, অৰ্থাৎ নিউটনৰ গতিৰ বিধান উপেক্ষা কৰিও সংসাৰৰ গতা-ঘোকোতালৈ কটাহি নকৰি স্বৰগ পৰা মানুহৰ দৰে একেদৰে থাকিব পাৰিছে। সাৱধান, এই অৱস্থাত যেন আমাক কোনেও স্পৰ্শ নকৰে!!

যোৱা ডেৰশ বছৰেই অসমীয়া নিজৰ ঘৰতেই আলহী, আৰু তাতেই সন্তুষ্ট, অথচ আলহীৰ 'প্ৰহাৰেন ধনঞ্জয়ঃ'- অশুভ লগ্ন এটা আছে তাকো পাহৰিছে। 'মুখৰ ভাত কাউৰীয়ে কাঢ়ি খোৱা' বুলি অসমীয়া কথা এটা আছে; আৰু সেইটো ডেৰশ বছৰে আমাৰ নিজৰ গাতে ফলিয়াইছে। 'মহাৰাণী'ৰ দিন গল যে সেই কথাৰো অসমীয়া ৰিপ্ ভান উইঙ্কলৰ ভু হোৱা নাই। কিয়নো অসমীয়াৰ চিৰকালেই 'যেই ৰজা, সেই প্ৰজা।'

ষোল বছৰৰ আগত মহাত্মা গান্ধীৰ এষাৰি মাতে অসমীয়াক এক ঘোৰ সঙ্কটত উদ্ধাৰ কৰিলে। কিন্তু অসমীয়াৰ সঙ্কটৰ আকাল নাই; পুনৰ

নতুন সঙ্কট যমৰূপে আমাৰ দুৱাৰমুখত থিয় ! মৃত্যুৰ মুখত পৰিও যে ৰাম-নাম এতিয়াও জিভাত ওলোৱা নাই, পৰিত্ৰাণৰ পূৰ্বৰ উপায় মনত পৰা নাই, ই আচৰিত !

হাতত কাপ-কাঠি ধৰিলেই সাহিত্য হয় বুলি ভবা অসমীয়া বিৰল নহয়, বহুতৰ বৰাহ ৰুচিৰ খাদ্য যোগোৱাও সাহিত্য বুলি কোনোৱে ভাবে ; 'ভাষা লিখিলেই সাহিত্য নাম পায়', এনে মামৰে ধৰা মতো কিছুমানে আওৰাই থৈছে ; কিন্তু ভাষা যে সাহিত্য নহয়, ভাবহে সাহিত্য, বা ভাব-হীন সাহিত্য যে প্ৰাণহীন দেহা বা শৱৰ দৰে তাক বহুতেই নুবুজে ।

বিকাৰগ্ৰস্ত বা দুৰ্বল মনৰ ভাব কণ-গেলা বীজৰ দৰে বীৰ্য্যহীন আৰু সাহিত্য সৃষ্টিৰ অনুপযোগী, এই কথা সদায় মনত ৰাখিব লাগিব ; তাৰ বাবে সুস্থ, সবল আৰু সতেজ মন আৱশ্যক । অপৈণত বা গেলা-পচা ফলে যেনেকৈ স্বাস্থ্যৰ হানিহে কৰে, ৰোগী বা দুৰ্বল মনৰ ভাব আৰু তাৰপৰা ওলোৱা সাহিত্যও জাতীয় জীৱনৰ বাবে তেনে অপকাৰী । সাহিত্যৰ বজাৰত তেনে গেলা-পচা বস্তুৰে ভৰি পৰিবলৈ দিয়াও জাতিৰ আত্মা-হত্যাৰ পূৰ্ব-লক্ষণ ।

সাগৰৰ জোৱাৰ-ভাটাৰ দৰে সাহিত্যৰ উত্থান-পতনৰ যুগ আছে । পতনৰ যুগ জাতীয় অৱসাদৰ পৰিচায়ক । সাহিত্যৰ সহায়েৰেই সেই জাতীয় অৱসাদৰ অৱসান ঘটাব লাগিব । আন উপায় নাই । জগতৰ সকলো সাহিত্যই বায়ুৰ তাপ বা হেঁচা জোখা যন্ত্ৰৰ দৰেই জাতিৰ বিভিন্ন অৱস্থাৰ সঙ্কেত দিয়ে ।

অসমীয়া সাহিত্যৰ বুৰঞ্জীলৈ চালেই আমি এই কথাৰ প্ৰমাণ পাওঁহঁক । প্ৰাক্-শঙ্কৰী যুগত অসমীয়া জাতি আৰু সমাজ মুমূৰ্ষু অৱস্থাত আছিল, শঙ্কৰী সাহিত্যই সঞ্জীৱনী সুধাৰে যেন জাতি আৰু সমাজক পুনৰ জীৱন্ত আৰু প্ৰাণৱন্ত কৰিলে । কিন্তু সাহিত্য বুলিয়েই নহয় ; সেই সাহিত্যৰ ভিতৰত আছিল বৈষ্ণৱ ধৰ্মৰ জাতীয় ঐক্য আৰু সামাজিক সাম্য উদ্দীপক জীৱন্ত বীজ । তাপ আৰু স্পন্দন, জীৱনৰ এই দুই ঘাই লক্ষণ সেই সাহিত্যত এনেদৰে পৰিপূৰ্ণ আছিল যে এই পাঁচ শ বছৰেও সি মাৰ যোৱা নাই । এয়েই প্ৰকৃত সাহিত্যৰ স্বৰূপ ।

বৈষ্ণৱ সাহিত্যৰ এনে মহাপয়োভৰ সত্বেও প্ৰাকৃতিক নিয়ম অনুসৰি জাতীয় আৰু সামাজিক জীৱনলৈ অৱসাদ নামি আহিল, দুশ-আঢ়ৈশ বছৰৰ মূৰত সাহিত্যতো ভাটাই দেখা দিলে আৰু জোৱাৰ তুলিবৰ যোগ্য শক্তিৰ অভাৱত সেই ভাটাই চলি থাকিল । তিনিশ বছৰৰো অধিক কালৰ মূৰত



যি সামান্য শক্তি সঞ্চিত হল তাৰ ফলতেই 'জোনাকী যুগৰ' পাতনি হ'ল ; কিন্তু সেই জোনাকৰ পাচত পুনৰ 'তিমিৰ ফাড়িয়া বাজ ৰবিৰ কিৰণ' আজি-লৈকে নহ'ল ।

সাহিত্যত জোৱাৰৰ পাচত ভাটা স্বভাৱতে আহিলেও, ভাটাৰ পাচত জোৱাৰ স্বভাৱতে নাহে, তাৰ বাবে নিশ্চয় জাতীয় সাধনাৰ আৱশ্যক । জাতীয় সাধনা আকৌ সেইদৰে সহজতে হোৱা দেখিবলৈ পোৱা নহয় ; কোনো জাতীয় বিপৰ্য্যয় বা সঙ্কটক আশ্ৰয় কৰিহে ই গঢ় লয় । অসমীয়াৰ আজি সেই ছেগ মিলিছে, কিয়নো অসমীয়াৰ আজি জীৱন-মৰণ সমস্যা । আজি ইয়াকে লৈ এটি সাৰ্বজনীন জাতীয় আন্দোলন গঢ়ি উঠা উচিত । ৰাজনীতিত ভেদ থাকে, মাতৃভক্তিত মিলনৰ বাহিৰে একো নাই ; অসমীয়া চিৰকাল মাতৃভক্ত ; মাতৃ-সেৱাত কেও বিভক্ত হব নোৱাৰে ।

# শিক্ষা আৰু অৰ্থ নৈতিক উন্নয়ন

জিতেন্দ্ৰ গোপাল বৰপূজাৰী

অৰ্থনৈতিক উন্নয়নৰ বাবে শিক্ষাৰ গুৰুত্বৰ কথা এডেম্ স্মিথৰপৰা কাৰ্লমাৰ্ক্স লৈকে সকলো ক্লাছিকেল অৰ্থ নীতিবিদেই উল্লেখ কৰিছে। কিন্তু ক্লাছিকেল অৰ্থ নীতিবিদসকলে চকামকাকৈ হ'লেও দেখা শিক্ষা আৰু অৰ্থনৈতিক উন্নয়নৰ মাজত থকা অঙ্গাঙ্গী সম্বন্ধৰ বিষয়ে উত্তৰ মাৰ্শ্বেল যুগৰ ক্লাছিকেল অৰ্থনৈতিক সাহিত্যত বিশেষ আলোচনা নোহোৱাটো পৰিতাপৰ বিষয়।

নব্যক্লাছিকেল যুগৰ লিখকসকলে বাস্তৱ জগতখনক কাটি-ছিঙি তেওঁলোকৰ প্ৰান্তিক সমীক্ষাৰ (marginal analysis) বিষয়-বস্তু কৰি লৈছিল। যি বস্তু জুখিব নোৱাৰি সেই বস্তু প্ৰান্তিক সমীক্ষাৰ বিষয়-বস্তুও হ'ব নোৱাৰে। ফলত অন্যান্য বহুতো সমস্যাৰ দৰেই শিক্ষাকো তেওঁলোকে অৰ্থনীতিৰ বিচাৰৰ বাহিৰৰ বস্তু কৰি পেলাইছিল। নব্য-ক্লাছিকেল অৰ্থনীতিবিদসকলে বলে নোৱাৰা শিলক অকল পৰি-নমস্কাৰকে কৰা হ'লে দুখিবৰ থল বিশেষ নাছিল। কিন্তু সিমানতে ক্ষান্ত নহৈ তেওঁলোকে প্ৰান্তিক সমীক্ষাই বলে পৰা পৃথিৱীখনকে বাস্তৱ পৃথিৱী বুলি নিজকে পতিয়ন নিয়াইহে অৰ্থশাস্ত্ৰক ভুল পথে নিব খুজিছিল।

যোৱা কেবা শতাব্দী ধৰি পাশ্চাত্যৰ দেশসমূহত জনপ্ৰতি আয়ৰ যি বৃদ্ধি হৈছে সেই বৃদ্ধিৰ কাৰণ শ্ৰম (labour) আৰু ভৌতিক মূলবস্তুৰ (Physical capital) বৃদ্ধিয়েই হ'ব নোৱাৰে বুলি আজি আমি প্ৰায় নিসন্দেহ। প্ৰচলিত বিশ্বাস অনুযায়ী উৎপাদনৰ উপাদান (inputs) সমূহৰ এখন তালিকা প্ৰস্তুত কৰি, প্ৰত্যেক উপাদানৰ শিতানত প্ৰান্তিক উৎপাদিকা শক্তি তত্ত্বানুযায়ী উৎপাদন ধৰি যোগ কৰিলে দেখা যায় যে, পাশ্চাত্য দেশসমূহত উৎপাদনৰ বৃদ্ধি এই যোগফলতকৈ অধিক হৈছে। অৰ্থাৎ



পাশ্চাত্য দেশসমূহৰ অৰ্থনৈতিক উন্নয়নৰ সম্পূৰ্ণ ব্যাখ্যা নব্যপ্ৰাচীন অৰ্থ-শাস্ত্ৰ সন্মত উপাদানসমূহৰ প্ৰচলিত তালিকাই দিব নোৱাৰে। এই অসম্পূৰ্ণ ব্যাখ্যা সম্পূৰ্ণ কৰিবৰ বাবে অৰ্থনীতিবিদসকলে বৰ্তমান যত্ন কৰিছে। ইতিমধ্যে অজ্ঞানতাক ঢাকি ৰাখিবৰ বাবে সৃষ্টি হৈছে নতুন নতুন শব্দৰ কাৰিকৰী প্ৰগতি (Technological progress), উদ্বৃত্ত উপাদান (Residual factor), শিক্ষা ইত্যাদি। অৰ্থনৈতিক প্ৰগতিৰ বাবে এনে উপাদানসমূহৰ গুৰুত্ব আব্ৰাম ৰিৎজ্, ছ'ল, ডেনিছন, হাবিছন আদি লিখকসকলে সুন্দৰকৈ দেখুৱাইছে। দৰাচলতে নব্যক্লাছিকেল অৰ্থনীতিবিদসকলেও অৰ্থনৈতিক উন্নয়নৰ ক্ষেত্ৰত জ্ঞানৰ বিকাশৰ গুৰুত্ব অস্বীকাৰ কৰা নাছিল। তেওঁলোকে উৎপাদন সম্বন্ধ (Production function) বোৰ কাৰিকৰী জ্ঞানৰ প্ৰকাশমাত্ৰ বুলি ধৰি লৈছিল। আধুনিক লিখক-সকলে মাত্ৰ এটা কথাই যোগ দিছে যে, এই কাৰিকৰী জ্ঞান সময়ৰ লগে লগে বৃদ্ধি পাইছে। গতিকে সময়কো এটা "উপাদান" বুলি উৎপাদন সম্বন্ধত অন্তৰ্ভুক্ত কৰা উচিত। সময়ক এইদৰে উৎপাদনৰ উপাদান বিশেষ বুলি ধৰি লোৱা সকলৰ ভিতৰত ছ'লৰ নাম বিশেষভাৱে উল্লেখযোগ্য। কিন্তু কাৰিকৰী জ্ঞানৰ বিকাশক এইদৰে কৃত্ৰিম আৰু জুখিব নোৱাৰা variableত সুমুৱাই দি নিকৃতি বিচৰাটো ভুল হ'ব। তাতকৈ উৎ-পাদন সম্বন্ধত আমি স্থান দিব খোজা 'জ্ঞানক' আৰু ভালকৈ বিশ্লেষণ কৰি চোৱা উচিত।

জ্ঞান আহৰণ কৰা প্ৰণালীকেই আমি "শিক্ষা" বোলোঁ। প্ৰাকৃতিক সম্পদৰাজিক নানান প্ৰণালীৰে উৎপাদনী বস্তুলৈ (Producers' goods) পৰিৱৰ্তিত কৰা হয়। ঠিক একেদৰেই শিক্ষাৰ যোগেদি সাধাৰণ মানৱ সম্পদক বিশেষ মানৱ সম্পদলৈ ৰূপান্তৰিত কৰা হয়। এই দুয়োটা কাৰ্য্যকেই (Activity) আমি মূলবস্তু গঠন (Capital formation) বুলিব পাৰোঁ। অৰ্থনৈতিক উন্নয়নৰ আলোচনা কৰোঁতে সেয়ে আমি ভৌতিক মূলবস্তু গঠনৰ (Physical capital formation) লগত মানৱীয় মূলবস্তু গঠনৰ (Human capital formation) কথাও বিশ্লেষণ কৰি চাব লাগিব।

শিক্ষা সম্ভৱ হয় "অভিজ্ঞতা"ৰ যোগেদি। অভিজ্ঞতা বা পূৰ্বানুভূতিৰপৰা মানুহে বহুত কথা শিকে। মানুহে নিজৰ মানসিক আৰু শাৰীৰিক

শক্তিসমূহেৰে বাহ্যিক সমস্যা একোটা সমাধান কৰিবলৈ যত্ন কৰোঁতেই অভিজ্ঞতা লাভ কৰে। উদাহৰণস্বৰূপে, প্ৰত্যেক অস্ত্ৰোপচাৰৰ লগে লগে শল্য চিকিৎসকৰ অভিজ্ঞতা আৰু উৎপাদিকা শক্তিৰ বৃদ্ধি পায় বুলি ধৰিব পাৰি। কিন্তু যিবোৰ অভিজ্ঞতাৰ বাৰে বাৰে পুনৰাবৃত্তি মাত্ৰ হয় তেনেবোৰ অভিজ্ঞতা এই নিয়মৰ ব্যতিক্ৰম। শিক্ষা উৎপাদনৰ ক্ষেত্ৰত এনে অভিজ্ঞতা ক্ৰমহ্ৰাসমান প্ৰান্তিক উৎপাদন তত্বৰ অধীন। একেটা কামকে বাৰে বাৰে কৰি থাকিলে সেই কামৰ প্ৰতি মানুহৰ ব্যৱহাৰ (response) লাহে লাহে এটা স্থিতাৱস্থাৰ (Equilibrium) পিনে গতি লয়। ফলত নতুন জ্ঞানৰ উৎপাদন ক্ৰমান্বয়ে হ্ৰাস পায় আৰু শেষত শূন্য হয়গৈ। উৎপাদিকা শক্তি বৃদ্ধিত অভিজ্ঞতাৰ গুৰুত্বৰ বিষয়ে ইতিমধ্যে কেবাটাও পৰীক্ষা হৈছে। লুণ্ডবাৰ্গে চুইডেনৰ হৰ্নডাল আয়ৰ্ন ৱৰ্কছত এই বিষয়ে এটা গৱেষণা কৰিছিল। এই কাৰখানাত পোন্ধৰ বছৰে কোনো নতুন বিনিয়োগ ( investment ) কৰা হোৱা নাছিল যদিও জনপ্ৰতি উৎপাদিকা শক্তি বছৰি, গড়ে শতকৰা দুই হিচাবে বাঢ়িছিল। লুণ্ডবাৰ্গে সেয়েহে মত প্ৰকাশ কৰিছে যে, এই বৃদ্ধিৰ একমাত্ৰ কাৰণ "অভিজ্ঞতা"। অভিজ্ঞতাই উৎপাদিকা শক্তিৰ ওপৰত বিস্তাৰ কৰা এই প্ৰভাৱকে তেওঁ হৰ্নডাল প্ৰভাৱ (Horndal effect) আখ্যা দিয়ে। এনেকুৱা কিছুমান তথ্যৰ ওপৰত ভিত্তি কৰি এৰ'ই মত প্ৰকাশ কৰিছে যে উৎপাদন কাৰ্য্যত সময়ে সময়ে উদ্ভৱ হোৱা নানান সমস্যা সমাধান কৰিবলৈ যত্ন কৰোঁতে শ্ৰমিকসকলৰ অভিজ্ঞতা হয় আৰু এই অভিজ্ঞতা প্ৰসূত শিক্ষাই হৈছে কাৰিকৰী প্ৰগতিৰ জনক।

এৰ'ৰ ওপৰত কোৱা উপপাদ্য প্ৰকৃত তথ্যৰ সহায়েৰে ভালকৈ পৰীক্ষা কৰি গ্ৰহণযোগ্য হয়নে নহয় সেই কথাৰ বিচাৰ কৰিব লাগে। কিন্তু শিক্ষাক মূলবস্তু গঠনৰ প্ৰণালী বিশেষ বুলি আখ্যা দিয়াৰ পাচত আন বহুত সমস্যাৰো সৃষ্টি হয়। উদাহৰণস্বৰূপে, শিক্ষাক আমি ভোগ্য বস্তুৰ (consumption goods ) শিতানত ধৰিম নে মূলবস্তুৰ শিতানত ধৰিম, অভিজ্ঞতাৰ যোগেদি আজিকোপতি মানৱজাতিয়ে আহৰণ কৰা জ্ঞানৰাজিক আমি সুসংবদ্ধভাৱে স্কুল-কলেজ আদিৰ যোগেদি আমাৰ ভৱিষ্যত আৰু বৰ্তমান শ্ৰমিকসকলক শিকাওঁ। এই শিক্ষাৰ প্ৰসাৰৰ এনে কিছুমান প্ৰভাৱ আছে যি বোৰৰ লগত মূলবস্তু গঠনৰ প্ৰত্যক্ষ সম্পৰ্ক নাই। উদাহৰণস্বৰূপে শিক্ষাৰ লগে লগে মানুহৰ পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু সামাজিক মূল্যবোধ বাঢ়ে। প্ৰত্যক্ষভাৱে এইটো এটা Consumption effect; কিন্তু আনহাতে এই প্ৰত্যক্ষ প্ৰভাৱৰ ফলস্বৰূপে সমাজত ডাক্তৰ-নাৰ্চ আৰু



উকিল-পুলিচৰ চাহিদাৰো হ্ৰাস-বৃদ্ধি হয় আৰু অৱশেষত সমাজৰ মুঠ বিনিয়োগ ক্ষমতাৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰে। গতিকে আনকি সাধাৰণ শিক্ষাৰ প্ৰভাবো অকল ভোগ প্ৰধানেই নহয়; বিনিয়োগ প্ৰধানো। ভৌতিক মূলবস্তুৰো মাত্ৰ ক্ষয় (Depreciation) হয় কিন্তু মানৱীয় মূলবস্তুৰ ক্ষয়ৰ উপৰিও বৃদ্ধিও (Appreciation) হয়। ভৌতিক মূলবস্তুৰ ক্ষয় সমস্যাৰ সমাধান নৌ-হওঁতেই আজি আমি মানৱীয় মূলবস্তুৰ ক্ষয়বৃদ্ধি সমস্যাৰ অৱতাৰণা কৰিছোঁ। মানৱীয় মূলবস্তুৰ এই বৃদ্ধিৰ সমস্যাৰ বিষয়ে গৱেষণা কৰাৰ স্থল প্ৰশস্ত। যি কোনো স্তৰৰ আনুষ্ঠানিক শিক্ষা পোৱাৰ পাচত একোজন শ্ৰমিক একোটা বিশেষ স্তৰৰ মানৱ সম্পদত পৰিণত হয়। এই শ্ৰমিকক কামত নিয়োগ কৰাৰ পাচত এপিনে স্বাভাৱিক কাৰণত এটা বয়সৰ পাচত শাৰীৰিক আৰু মানসিক শক্তি কমি আহিবলৈ ধৰে আৰু আনপিনে অভিজ্ঞতাৰ যোগেদি কৰ্মদক্ষতা বাঢ়ে। এনেধৰণৰ কৰ্মদক্ষতাৰ বৃদ্ধি পাৰিপাৰ্শ্বিক, সামাজিক, অৰ্থনৈতিক পৰিস্থিতিৰ ওপৰতো নিৰ্ভৰ কৰে। যি সমাজত দক্ষতাই স্বীকৃতি পায় ( Efficiency oriented society ) সেই সমাজত এনে বৃদ্ধিৰ আশা বেচি। কিন্তু যি সমাজত এনে দক্ষতাতকৈ status অৱ দৰ বেচি সেই সমাজত (Ascriptive society) এনেদৰে দক্ষতা বৃদ্ধিৰ আশা কম। ইয়াৰ উপৰিও এই সমস্যাৰ আৰু কিছুমান প্ৰশ্নৰ উত্তৰ গৱেষকসকলে বিচৰা উচিত। শ্ৰমিকৰ বয়স আৰু উৎপাদন শক্তিৰ মাজত কি সম্বন্ধ আছে সেই বিষয়ে বিশদ আলোচনা এতিয়াও হোৱা নাই। অনেক মানৱসম্পদ আকস্মিক মৃত্যুত নষ্ট (Depreciation by sudden death) হয়। বেচিভাগ মানৱসম্পদৰে ক্ষয় কিন্তু মৃত্যুৰ কিছুদিনৰ আগলৈকে লাহে লাহে হয়। এই ক্ষেত্ৰত ভৌতিক মূলবস্তুৰ ক্ষেত্ৰত ব্যৱহাৰ কৰা দি সাধাৰণ আনুপাতিক (ৰেডিঅ' এক্টিভ) সূত্ৰৰ ব্যৱহাৰ কৰিব পাৰোঁ নেকি চিন্তা কৰি চাব লাগে। শ্ৰমিকৰ দক্ষতা ৰেখাত ( Efficiency curve ) আমি হয়তো দক্ষতা বাৰ্দ্ধক্য ভেদক বিন্দু ( efficiency senility breakeven point ) আৱিষ্কাৰ কৰিব পাৰোঁ। সময়ে সময়ে বিভিন্ন স্তৰৰ মানৱীয় মূলবস্তুৰ শিতনত পৰিপূৰণ বিনিয়োগৰ ( Replacement investment ) পৰিমান অৰ্থনীতিবিদসকলে হিচাপ কৰি উলিয়াব পাৰিব লাগে। এনেকুৱা এশ একুৰি প্ৰশ্নৰ উত্তৰ বিচাৰি হয়তো আমি অৰ্থশাস্ত্ৰৰ বৰ্তমান প্ৰচলিত পৰিসীমাৰ বাহিৰলৈকো যাব লাগিব। এই প্ৰশ্নবোৰৰ সমাধান কঠিন হোৱাই স্বাভাৱিক। কিন্তু ছ'লৰ ভাষাতে কবলৈ গ'লে বাস্তৱ পৃথিৱীখন যে বৰ জটিল সেই বেয়া খবৰটো দিয়া বাবেই তত্বজ্ঞানৰ বাৰ্তাবাহকক হত্যা কৰাটো অনুচিত হ'ব।

মূলবস্তুৰ দুষ্প্ৰাপ্যতা অনগ্ৰসৰ দেশসমূহৰ এটা মুখ্য সমস্যা। ভৌতিক মূলবস্তু উৎপাদন কৰা যন্ত্ৰ-পাতি, মানৱীয় মূলবস্তু উৎপাদন কৰা শিক্ষক-শিক্ষয়িত্ৰী, স্কুল-কলেজ আদি সকলোৰে এই দেশসমূহৰ বৰ অভাৱ। তেনে-স্থলত সীমিত মূলবস্তুসমূহ সাৱধানে বিনিয়োগ কৰাৰ প্ৰয়োজনীয়তা আমি স্বীকাৰ কৰিবই লাগিব। বিশেষকৈ এই দেশসমূহে মানৱীয় মূলবস্তু গঠনতকৈ ভৌতিক মূলবস্তু গঠনতহে অধিক বিনিময় কৰা উচিত নেকি সেই কথাৰ বিতং বিচাৰ হোৱা উচিত। পাশ্চাত্যৰ অনেক অৰ্থনীতিবিদে আজি অনগ্ৰসৰ দেশসমূহক শিক্ষাৰ শিতানত অধিক বিনিয়োগ কৰিবলৈ পৰামৰ্শ দি আছে। এই পৰামৰ্শ কিমান দূৰ নিৰ্দোষ সেই বিষয়ে সন্দেহ আছে। এই স্বয়ম্ভু পৰামৰ্শদাতাসকলে ইঙ্গিত দিয়ে যেন শিক্ষাৰ টনিক খুৱালেই পৃথিৱীৰ সকলো কিষাণ মজদুৰ একেবাৰে পুঁজিপতি হৈ পৰিব। সাধাৰণ বুদ্ধিৰে চাবলৈ গ'লে শিক্ষা অৰ্থনৈতিক উন্নতিৰ স্বয়ংসম্পূৰ্ণ উপাদান নহয়। এই বিষয়ে ভালকৈ গৱেষণা নকৰিলে হয়তো অনগ্ৰসৰ দেশসমূহ ভুল পথেৰে পৰিচালিত হ'ব। মানৱীয় আৰু ভৌতিক মূলবস্তু নিৰ্মাণক দুটা বেলেগ আৰু অবিভাজ্য (Indivisible) উপাদান বুলি ধৰি আৰু এই দুয়ো উপাদানৰ মাজত থকা ওতঃপ্ৰোত সম্বন্ধ সাময়িকভাৱে অস্বীকাৰ কৰি আমি কিছুমান সমোৎপাদন ৰেখা ( Isoquants ) কল্পনা কৰিব পাৰোঁ। মোৰ বিশ্বাস এই ৰেখাবোৰত কে'ইনছৰ লিকুইডিটি ট্ৰেপৰ ( Liquidity trap ) দৰে অনগ্ৰসৰ দেশসমূহৰ ক্ষেত্ৰত "মানৱীয় মূল-বস্তু গঠন ট্ৰেপ" আৰু অগ্ৰণী দেশসমূহৰ ক্ষেত্ৰত "ভৌতিক মূলবস্তু গঠন ট্ৰেপে" ধৰা দিব। অৰ্থাৎ ভৌতিক মূলবস্তুৰ এটা ন্যূনতম পৰিমান ( Critical minimum ) গঠিত নোহোৱালৈকে শিক্ষাৰ শিতানত যিমানেই বিনিয়োগ কৰা নহওক লাগে তাৰ বাবে মুঠ উৎপাদনৰ বিশেষ একো বৃদ্ধি পৰিলক্ষিত নহয়। আনহাতে ভৌতিক মূলবস্তুৰ পৰিমাণ "যথেষ্ট" ( Critical maximum ) হোৱাৰ পাচত পৰিস্থিতি বিপৰীত হ'ব। এই দুই বিন্দুৰ মাজছোৱা সমোৎপাদন ৰেখাডাল হেলনীয়া তথা স্থিতি-স্থাপক ( elastic ) হ'ব। এই প্ৰতিপাদ্যৰ সম্ভাৱনা প্ৰচুৰ বুলি অমৰ্ত্য সেনেও মত দিছে। কিন্তু ইতিমধ্যে আমি এটা কথা ন-দি ক'ব পাৰোঁ যে, ওপৰত কোৱাৰ দৰে শিক্ষাৰ শিতানত বিনিময় বঢ়াবলৈ দিয়া পৰামৰ্শ অনগ্ৰসৰ দেশসমূহে আগ পিচ নাচাই গ্ৰহণ কৰাটো অনুচিত হ'ব। অগ্ৰণী দেশসমূহ আৰু অনগ্ৰসৰ দেশসমূহৰ সমস্যা বেলেগ যেতিয়া সমাধানো বেলেগ হোৱাই স্বাভাৱিক।

# অসম ছাত্ৰ-সন্মিলনৰ সোঁৱৰণত

অমিয়কুমাৰ দাস

জীৱনৰ সৰাপাত বুটলি যাওঁতে আজি ছাত্ৰ-জীৱনৰ সোণালী স্মৃতি-বিলাক মোৰ মনলৈ আহিছে। ১৯১৬ চনত 'অসম ছাত্ৰ-সন্মিলন' পতা হ'ল। সভাপতি আছিল ৺বেজবৰুৱা আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ৺চন্দ্ৰ শৰ্মা। ছাত্ৰ-সন্মিলনৰ মঞ্চত দুয়োজনৰ এনে এটা মিলনে বহুতো কথাই মনলৈ আনিছিল। আগ আৰু পিচলৈ ভ্ৰূক্ষেপ নকৰা অসীম সাহসী চন্দ্ৰনাথে হাইস্কুলৰ ছাত্ৰ জীৱনতেই ৺বেজবৰুৱাৰ লগত তৰ্ক-যুদ্ধত লাগিবলৈ সাহ কৰাত চন্দ্ৰনাথক ব্যঙ্গোক্তিৰে 'অসমৰ পিট' বুলি একেষাৰেই নিমাত কৰিবলৈ যত্ন কৰিও ব্যৰ্থ হোৱা কথাবিলাক মনলৈ নহাকৈ থকা নাছিল। এওঁলোকেই আজি একেখন মঞ্চত।

সেই সময়ত অসমৰ নেতৃস্থানীয় লোকসকলেও নতুনকৈ ওপজা এই ছাত্ৰ-সন্মিলনলৈ এটা সন্দেহৰ চকুৰে নোচোৱা নহয়। তেওঁলোকৰ কিছুমানৰ মনত প্ৰশ্ন—ডেকাসকলে নো কি কৰে? আনফালে শাসন-কৰ্তাসকলৰো মনত নানান আশঙ্কা—ভাৰতীয় জাতীয় কংগ্ৰেছৰ দৰে এইখনেও উগ্ৰপন্থী ৰূপ লব নেকি?

১৯১৭ চনত যোৰহাটত অভ্যৰ্থনা সমিতিৰ চেয়াৰমেন হিচাবে শ্ৰীকৃষ্ণ-কান্ত সন্দিকৈয়ে অসমৰ কমিচনাৰ কৰ্ণেল গৰ্ডনক সভাপতিৰ বাবে প্ৰস্তাৱ দিয়াত আমি গ্ৰহণ কৰিছিলোঁ। ইয়াৰ পাচত ডিব্ৰুগড়ত অভ্যৰ্থনা সমিতিৰ চেয়াৰমেন শ্ৰীযাদবেন্দ্ৰনাথ ঠাকুৰে ৺পদ্মনাথ গোহাঞিবৰুৱাক প্ৰস্তাৱ কৰাত আমি গ্ৰহণ কৰিলোঁ। এইদৰে চতুৰ্থ বছৰত অধিবেশন পতাৰ দায়িত্ব তেজপুৰে লবলগীয়া হ'ল। তেজপুৰে কেনেকৈ এই দায়িত্ব লয় এয়ে আমাৰ প্ৰধান সমস্যা আছিল। ১৯১৭ চনত কলিকতাত কংগ্ৰেছৰ অধিবেশনত স্বয়ংসেৱক হিচাবে কাম কৰি আমাৰ মনলৈ আহি-ছিল যে আমিও কংগ্ৰেছৰ ক্ষুদ্ৰ সংস্কৰণ হিচাবে অসম ছাত্ৰ-সন্মিলন পাতোঁ।

ভাৰতৰ নেতৃস্থানীয় লোকসকলৰ মাজত কাক আমি তেজপুৰলৈ নিব পাৰোঁ ?

১৯১৯ চনৰ এপ্ৰিল মাহ। আমি আচাৰ্য্য প্ৰফুল্লচন্দ্ৰৰ ওচৰ চাপিবলৈ স্থিৰ কৰিলোঁ আৰু এদিন পুৱা বিজ্ঞান কলেজলৈ গৈ তেওঁৰ লগত দেখা কৰিবলৈ গ'লোঁ। লগত কৃষ্ণকান্ত সন্দিকৈ, দেৱেশ্বৰ শৰ্মা, ৰাজেন বৰুৱা, ধীৰেন্দ্ৰ নাথ আগৰৱালাকে আদি কৰি কেইজনমান কলিকতাত থকা অসমীয়া ছাত্ৰ। তেওঁ আমাক ক্লাছলৈকে মাতি পঠালে। গলোঁ সোমায়। ৰসায়-নাগাৰৰ মেজৰ সিপিনে তেওঁ, আৰু ইপিনে শাৰী পাতি আমি থিয় দি আছোঁ। ক'লোঁ আমাৰ অহাৰ উদ্দেশ্য। তেওঁ বঙালীতে ক'লে, "তহঁতে মোক অসমলৈ নি মাৰিবিনে ? মই পেট ৰুগীয়া মানুহ, সদায় ভেদাই লতাৰ ৰস খাই থাকোঁ। কলিকতাত কত দুখ কৰি এই বস্তুবোৰ বিচাৰি যোগাৰ কৰিব লগীয়া হয়, তহঁতে ক'ত পাবি এই পাত ?" "আপুনি কওক কিমান লাগে, লাগিলে মোনে মোনে 'ট্ৰেইন ল'ড' পঠাব পাৰোঁ।" এয়ে আমাৰ উত্তৰ। "হয়নে ?" উৎসাহেৰে তেওঁ পুনৰ ক'লে, "বাৰু বেমাৰত পৰিলে তহঁতে মোক ৰখিব পাৰিবিনে ? মোৰ গা সদায় পিটিকিব লাগে। ইয়াত মোক ইহঁতে (মেঘনাথ সাহা, জ্ঞান ঘোষ প্ৰভৃতি গৱেষণাৰ ছাত্ৰসকললৈ আঙুলিয়াই ক'লে) চায়। তহঁতে মোৰ গা পিটিকি দিব, ভৰি মোহাৰি দিব পাৰিবিনে ?" উৎসাহেৰে উত্তৰ দিলোঁ —"ইনো কি কথা, পাৰিম।" এনেতে তেওঁ মোৰ মুখলৈ চাই গালত খামোচ মাৰি ধৰি ললে আৰু ক'লে—"বাছাধন, ধৰা পৰেছ, তোমাৰ Mongolian cheek." ময়ো তপৰাই উত্তৰ দিলোঁ—"আৰ্য্য তেজ থকা বুলি জীৱনত কেতিয়াও দাবী কৰা নাই। আমি অসমীয়া আৰ্য্য-অনাৰ্য্য মঙ্গোল সকলোৰে সানমিহলি মানুহ।" "বাৰু বিপদত তহঁতে মোক কেনেকৈ ৰক্ষা কৰিব পাৰ তাৰ প্ৰমাণ দিব লাগিব। মোক কান্ধত লৈ চাৰি মহলালৈ নৰি যাব পাৰিবিনে ?" "পাৰিম" বুলি কথাষাৰ মোৰ মুখৰপৰা ওলায় মানে তেওঁ জাঁপ মাৰি মোৰ কান্ধত উঠি বহিল আৰু ভৰিৰ গেৰোৱাৰে মোৰ বুকুত খুন্দা মাৰিবলৈ ধৰিলে— "ব'ল, নৰি ব'ল"এয়ে তেওঁৰ মুখত। আচাৰ্য্য প্ৰফুল্লচন্দ্ৰই মুখেৰে কথা-ষাৰ ক'লেও আৰু ময়ো পাৰিম বুলি উত্তৰ দিলেও তেওঁ যে এইদৰে সঁচা-সঁচিকৈ মোৰ কান্ধত জাঁপ মাৰি উঠিব তাৰ বাবে মই প্ৰস্তুত নাছিলোঁ আৰু ক্লাছত ইমানবিলাক ছাত্ৰৰ সমুখত এনে হ'ব লগীয়া হোৱাত মই যে লাজ পোৱা নাছিলোঁ সিও নহয়। সিন্ধবাদৰ কান্ধত বহা বুঢ়াজনৰ দৰে মোৰ কান্ধত আচাৰ্য্য প্ৰফুল্লচন্দ্ৰ। মোৰ চুলিবিলাক তেওঁৰ হাতৰ মুঠিত, দুই কৰঙ্গনৰ চেঁপাত মোৰ ডিঙি আৰু বুকুত গেৰোৱাৰ খুন্দা, চাৰি



মহলালৈ বুলি নৰি যাবলৈ ধৰিলোঁ। পুনৰ নামি আহি ক্লাছ পোৱাত তেওঁ জাঁপ মাৰি পৰিল আৰু লগে লগে তেওঁ চিঞৰি ক'লে, "এই মেঘনাদ, চা, এই অসমীয়া ল'ৰাটোৱে মোক কেনেকৈ লৈ গ'ল—তই নোৱাৰ, তই পেট ৰুগীয়া Dyspeptic মানুহ।" তাৰ পাচত তেওঁ আমালৈ চাই ক'লে, "যা, তহঁতৰ ছাত্ৰ-সন্মিলনলৈ যাম। পিছে মাজে মাজে মোৰ ওচৰলৈ আহিবি দেই।"

এখন ধেমেলীয়া নাটকৰ ক্ষুদ্ৰ সংস্কৰণেৰে আচাৰ্য্যই সন্মতি জ্ঞাপন কৰিলেও আমাৰ মনৰপৰা দ্বিধা আৰু সন্দেহ যোৱা নাছিল। যি হওক, মাজে সময়ে তেওঁৰ লগত দেখা কৰিবলৈ ধৰিলোঁ। কেতিয়াবা গধূলি তেওঁ নিজৰ গৃহস্থালি দেখুৱায়। "চা মোৰ সৌটো 'ইক'নমিক্ কুকাৰ', তাতেই সৌ ল'ৰাটোৱে ৰান্ধি দিয়ে। তই হ'লে মোৰ গা ভালকৈ পিটিকিব পাৰ।" এইদৰে আমাৰ লগত আচাৰ্য্যৰ ঘনিষ্ঠতা বাঢ়িবলৈ ধৰিলে। কেতিয়াবা গধূলি গ'লে তেওঁ গাড়ীত তুলি গড়ৰ মাঠলৈ ফুৰিবলৈ নিব। লৰ্ড কিচেনাৰৰ মূৰ্তিটোৰ কাষত গাড়ীৰপৰা নামি খোজ কাঢ়ি ফুৰিব। তেওঁৰ একমাত্ৰ কথা আছিল যে শিল্প উদ্যোগত সকলো যাব লাগে। বঙালী ল'ৰাই কেৰাণী কামৰ কাৰণেই যত্ন কৰি থাকে। তেওঁ বহুতো সমস্যাৰ কথা উনুকিয়ায়। এদিন ক'লে, "চা, তহঁতে অসমীয়া পূৰ্ব-বঙ্গৰ পৰা যোৱা পমুৱাৰ বাবে এদিন মৰিবি।" আমিও তেওঁৰ সৰল মন আৰু শিশু-প্ৰকৃতিৰ লগত চিনাকী হোৱাত সুবিধা পালোঁ।

গৰমৰ বন্ধ ওচৰ চাপি আহিলত আকৌ এদিন আচাৰ্য্য প্ৰফুল্লচন্দ্ৰক মাত লগাই তেজপুৰলৈ উভতিলোঁ। আমাৰ সমস্যা হ'ল এই সন্মিলনৰ আয়োজন কেনেকৈ কৰোঁ ? ছাত্ৰসকলৰ সভা পতা হ'ল। পেণ্ডেল, এক'মডেশ্যন, প্ৰচাৰ, ধনসংগ্ৰহ ইত্যাদি সকলো কথা বিভাগে বিভাগে ভাগ কৰি লোৱা হ'ল। ধন তোলাত সহায় কৰাৰ বাহিৰে ৺লক্ষ্মীধৰ শৰ্মাৰ বাবে জানিবা আৰু এটা আছুতীয়া দায়িত্ব দিয়া হ'ল। যিহেতু তেওঁ তীক্ষ্ণ বুদ্ধিৰ সৰবৰহী ডেকা, সেইবাবে তেওঁক প্ৰেচিডেণ্টৰ 'পাৰ্চনেল ভলণ্টিয়াৰ'ৰ বাব দিয়া হ'ল। ৺হেম বৰুৱা আৰু দুজন মানক খুওৱা ধুওৱা আদিৰ দায়িত্ব দিয়া হ'ল। খৰচৰ এষ্টিমেট হ'ল তিনি হাজাৰ টকা। এতিয়া এই টকা বন্ধৰ ভিতৰতেই তুলিব লাগিব। মাজতে জুন মাহ মাথোন আছে। জুলাইৰ লগে লগে আমি কলেজলৈ উভতিব লাগিব। কিছুমানে পৰামৰ্শ দিলে চাহ-বাগিচা বিলাকতেই টকা তুলিব পৰা হ'ব। চাহ-বাগিচাৰ কেৰাণী মহৰীসকলে সকলো ধৰণৰ কামত সহায় কৰে। মেনেজাৰসকলেও ল'ৰাহঁতৰ টুৰ্ণামেণ্টত সহায় কৰে।

যি হওক, জুন মাহৰ ৫ তাৰিখে বাইচাইকেল এখন লৈ ওলালোঁ। যাত্ৰাৰ দিনাখন একো চোৱা নাছিলোঁ। ৺লক্ষ্মীধৰ আৰু যতীন চৌধুৰীক লৈ ষ্টেচন পাওঁমানে তেজপুৰ-বালিপাৰা ৰেলৱেৰ ট্ৰেইন এৰি দিলে। ষ্টেচনত চিনাকীসকলে ক'লে, "যোৱা তোমালোকে ডেকাৰ গাঁও ষ্টেচনতে ধৰিব পাৰিবা।" কিন্তু ট্ৰেইনত আৰু উঠিবলৈ মন নোহোৱা হ'ল। আমি বাইচাইকেলেৰে বিন্দুগুৰিৰ ওচৰৰ জাপিসজীয়া গাঁও পাৰ হৈ গৈছোঁ, এনেতে দেখোঁ বিন্দুগুৰি ষ্টেচনলৈ ট্ৰেইনখন আহি আছে, আমি তাত উঠিব পাৰোঁ। কিন্তু গাৰ্ড ৺পূৰ্ণচন্দ্ৰ চৌধুৰীলৈ (মই মোমাইদেউ বুলি মাতোঁ) মোৰ লাজ লাগিল। ট্ৰেইন হেৰুৱাই বিন্দুগুৰিত আহি উঠিব লগীয়া হোৱাত জানোচা তেওঁ লাজ দিয়ে। সেইবাবে আমি বাগিচাবিলাকৰ মাজেদি যাবলৈ ধৰিলোঁ আৰু আবেলি পৰত বৰজুলি চাহ বাগিচাখন পালোঁগৈ। ইয়াত থকা-মেলাৰ সুবিধা আছে দেখি আমি ইয়াতেই কেম্প কৰাৰ দিহা কৰিলোঁ। ৺ডাঃ মিত্ৰ বৰ ভাল মানুহ। কিন্তু ইয়াত টকা তোলাৰ কাম আৰম্ভ নকৰোঁ বুলি স্থিৰ কৰিলোঁ। পিচদিনা পুৱা আমি চাহ-তাহ খাই ধেন্দাই বাগানলৈ ওলালোঁ। কেৰাণী ৺দীননাথ শইকীয়াৰ লগত কথা হ'লোঁ। তেওঁ মেনেজাৰ ক্ৰাইটন চাহাবৰ ৰেহৰূপ কঁহিয়াই ক'লে, "তোমালোক যদি প্ৰথম চেৰেকনিত ৰব পাৰা, তেন্তে ৰ'লা, নহ'লে অপ্ৰস্তুত কৰি পঠাই দিব।" কেৰাণীৰ পৰামৰ্শ মতে চাহাবক অফিচত লগ ধৰিলোঁ, চাহাবে সুধিলে—"কি বিচাৰিছা ?" আমাৰ উত্তৰ হ'ল "অসম ছাত্ৰ-সন্মিলনৰ বাবে সহায় বিচাৰি আহিছোঁ।" কোৱা মাত্ৰে চাহাব গৰ্জি উঠিল—"Am I a fool, that I would pay you for being shot at ?" আমি আচৰিত হ'লোঁ। "আপুনি নো কি কৈছে।" "এতিয়া নজনা হৈছা ? এয়া সিদিনা গুৱাহাটীত ল'ৰাহঁতে গুলী চলাইছিল। বোমা আৰু ৰিভল্‌ভাৰ গোটাবলৈ মই এতিয়া টকা দিমনে ?" এনেতে ৺লক্ষ্মীধৰ শৰ্মাই তপৰাই মাত দিলে, "পিছে এটা কথা ভাবি চাইছেনে ? বৃটিচ সাম্ৰাজ্যৰ প্ৰধান মন্ত্ৰী লয়্‌ড জৰ্জ এনে নিৰ্বোধ নে আমাৰ সভাপতিজনক বৃটিচ সাম্ৰাজ্যৰ "নাইট" উপাধিৰে ভূষিত কৰে।" "কি কথা কৈছা।" আমি কথাষাৰ বুজাই ক'লোঁ। তেওঁ তেতিয়াই কেৰাণীক মাতিলে। —"দীন, মোৰ নামত এতিয়াই ৫০৲ টকা দিয়া আৰু কলঘৰৰপৰা এচিষ্টেণ্ট আৰু ইঞ্জিনিয়াৰ চাহাবক মাতি পঠোৱা।" তেওঁলোক দুয়ো আহিলত তেওঁলোকক হুকুম দিয়া দি ক'লে—"মই ল'ৰাহঁতক ৫০৲ টকা দিছোঁ, তোমালোক দুয়োৱে ২৫৲ টকাকৈ দান দিয়া।" এইদৰে নিমিষতে ১০০৲



টকা পোৱা হ'ল আৰু কেৰাণী, মহৰী, জামাদাৰ বাবু সকলোৱে লগ লাগি আৰু ৫০৲ টকা দি আমাক বিদায় দিলে। চাহাবজনে এটা কথা ক'লে, "মোৰ নামটো বাগানৰ সকলো চাহাবকে দেখুৱাবা। মোৰ নামটো পালে তেওঁলোকে টকা দিয়াত আপত্তি নকৰিব। বৃটিচ সাম্ৰাজ্যৰ 'নাইট' জন যাতে কোনো অসুবিধাত পৰিবলগীয়া নহয় চাবা।"

ক্ৰাইটন চাহাবক ধন্যবাদ দি আমি গুচি আহিলোঁ আৰু ১৫ দিনৰ ভিতৰতেই আমাৰ হাতলৈ প্ৰায় দুহাজাৰ টকা আহিল। আমাৰ ধন ভঁৰালী ৺পৰমানন্দ আগৰৱালাৰ হাতত জমা দি কলিকতালৈ আহিলোঁ। তাৰ পাচত আগৰৱালাৰ হাতলৈ আৰু টকা আহিছিল।

লাহে লাহে অধিবেশনৰ দিন ওচৰ চাপি আহিবলৈ ধৰিলে। এই অধিবেশনত আমি এটা বিশেষত্ব আনিবলৈ যত্ন কৰাটো আমাৰ লক্ষ্য আছিল। সেইবাবে কি বিশেষত্ব আনিব পাৰি এয়ে চিন্তা হৈছিল। কেইবাটাও কথাত আমাৰ জাতীয় চেতনা জগাই তোলাৰ আমাৰ অভিপ্ৰায় আছিল। এটা হৈছে কানি। অসমীয়া সাহিত্যৰ ওজা ৺হেমচন্দ্ৰ বৰুৱাই 'কানীয়া কীৰ্ত্তন' লিখিছিল। এই কথাষাৰ চিত্ৰত ফুটাই তুলিবলৈ শিল্পীসকলৰ ওচৰ চাপিলোঁ। সেই সময়ত ডিব্ৰুগড়ৰ ৺মুকুতা বৰদলৈ কলিকতাৰ আৰ্ট স্কুলৰ ছাত্ৰ। অসমৰ মানচিত্ৰখনক শতবাহু অক্টোপাছ নামৰ জীৱটোৱে গ্ৰাস কৰাৰ ছবিখন আঁকিলে। এইখন বৰ আকৰ্ষক হৈছিল। এইদৰে তেওঁ ৭ খন ছবি আঁকি আমাক সহায় কৰিলে। তেওঁৰ আৰু এখন ছবি বৰ আকৰ্ষক হৈছিল। চাহ-বাগিচাৰ এটা বনুৱা মদৰ বাগীত অচেতন হৈ বাটত পৰি আছে আৰু কুকুৰে তাৰ মুখত ভৰিখন দাঙি দুষ্কৰ্ম কৰা আৰু কুকুৰৰ অভ্যাস অনুসাৰে সেই বাটেদি যোৱা ইটোৰ পাচত সিটো কুকুৰে কেনেকৈ তাৰ মুখত এই কৰ্ম কৰি আছে তাকে তেওঁ দেখুৱাইছিল। এই ছবিবিলাকৰ তলত বছেৰেকত গৱৰ্ণমেণ্টৰ আবকাৰী ৰাজহ কি দৰে হয়, তাকো বুজাই দিয়া হ'ল। সাক্ষৰতাত ভাৰতবৰ্ষত অসমৰ ঠাই ক'ত তাকো গ্ৰাফ্ আৰু ছবিৰে দেখুৱা হৈছিল। সেই সময়ত সাক্ষৰতাত মিজো পাহাৰ আৰু ত্ৰিবাঙ্কোৰ সবাতকৈ ওখ ঠাইত আছিল।

তৃতীয় বিষয় আছিল ভাৰতীয় সাহিত্যৰ ভিতৰত অসমীয়া সাহিত্যৰ ঠাই। বছেৰেকত কিমান কিতাপ কোন ভাষাত প্ৰকাশিত হৈ ৰেজিষ্টাৰ হয়, তাৰে চৰকাৰী হিচাব গোটাই ছবিৰে দেখুৱা হৈছিল। এই ছবিখন প্ৰদৰ্শনীত দেখি বহুতে তৰ্ক নকৰা নহয়। তেওঁলোকৰ যুক্তি এয়ে আছিল যে অসমীয়া কিতাপ কলিকতাত ছপা হৈ ওলায়, সেইবাবে হিচাব শুদ্ধ

হোৱা নাই। কিন্তু এই হিচাব লগালেও আমাৰ সমস্যাৰ ৰূপ প্ৰকাশত বৰ বেচি নৰচৰ হোৱা নাছিল।

সমবায় কথাবাৰো আমাৰ চকুত আছিল আৰু এই সম্পৰ্কে পুণাৰপৰা প্ৰকাশিত হোৱা 'ক'-অপাৰেটিভ' আলোচনী এখনৰপৰা তথ্য-পাতি সংগ্ৰহ কৰি ছবিৰে প্ৰকাশ কৰা হৈছিল।

তেজপুৰৰ স্কুলৰ এদল ছাত্ৰ শিল্পীয়ে সেই সময়ত আমাৰ পৰামৰ্শমতে এই প্ৰদৰ্শনীৰ বহুতো সমল গোটোৱাত সহায় কৰিছিল। তেওঁলোকৰ ভিতৰত আজি বহুতেই নাই। যেনেঃ—৺জগতচন্দ্ৰ কছাৰি আৰু প্ৰতাপ বৰুৱা। জীয়াই থকাসকলৰ ভিতৰত মোৰ মনলৈ আহে চাৰি আলিৰ শ্ৰীচেনীৰাম দাস আৰু ডিপোটাৰ শ্ৰীলম্বোদৰ কলিতা। তেওঁলোকৰ বাহিৰেও আৰু বহুতো লোকে আমাক নানান ৰকমে এই কামত সহায় কৰিছিল। অসমৰ অৰ্থনৈতিক মানচিত্ৰৰ ছবি আঁকোত কেইবাজনো মণ্ডলে বৰকৈ সহায় কৰিছিল। তেওঁলোকৰ মাজত গহপুৰৰ ৺সৰ্বেশ্বৰ কাঁননগুৰ কথাই মোৰ মনত পৰে। ৺জ্যোতিহঁতৰ ঘৰখন জানিবা আমাৰ কাৰখানাৰ দৰেই হৈছিল। এই প্ৰদৰ্শনীখন উদ্বোধন কৰি আচাৰ্য্য প্ৰফুল্লচন্দ্ৰই অসমীয়া ছাত্ৰৰ বহুতো বিষয়তে শলাগ লৈছিল।

অধিবেশনৰ লগত লগ লাগি থকা আৰু এটা বিষয় আছিল সন্মিলনৰ প্ৰবন্ধাৱলী। এই সম্পৰ্কে শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ লগত পৰামৰ্শ হৈ আছিলোঁ। আমাৰ কল্পনা আছিল প্ৰাচীন ভাষা আৰু সাহিত্যৰ বুৰঞ্জী বিষয়ত সংস্কৃত পাৰ্চী, আৰবী ভাষা আৰু বিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধ এই প্ৰবন্ধাৱলীত প্ৰকাশ কৰাটো। প্ৰবন্ধবিলাক আমাৰ কল্পনামতে গোট নাখালেও বহুত ভাল ভাল প্ৰবন্ধেৰে কিতাপখন প্ৰকাশিত হৈছিল। প্ৰবন্ধবিলাকৰ মাজত ৺আনন্দৰাম বৰুৱাই ইংৰাজীত লিখা 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই' বোলা প্ৰবন্ধটো ৺লক্ষ্মীধৰ শৰ্মাই অসমীয়ালৈ ভাঙনী কৰিছিল। প্ৰাচীন গ্ৰীছৰ দাৰ্শনিক পণ্ডিত প্লেটোই তেওঁৰ গুৰু চক্ৰেটিছৰ বিচাৰ আৰু মৃত্যুদণ্ড বৰ্ণনা কৰি Phaeds নামেৰে যি খন অমূল্য-গ্ৰন্থ লিখিছিল তাৰো সাৰাংশ সেই সময়ত উঠি অহা তেজপুৰৰ মেধাৱী ছাত্ৰ ৺প্ৰেমানন্দ শৰ্মাই লিখিছিল। হিন্দুৰ ৰসায়ন শাস্ত্ৰৰ প্ৰাচীনত্ব সম্পৰ্কে সেই সময়ৰ মেধাৱী ছাত্ৰ এজনে লিখিছিল। তেওঁৰ নাম শ্ৰীশৈলজানন্দ বৰুৱা। তেওঁ বৰ্তমান বৰুৱাছালি বাগিছাৰ মেনেজাৰ। তেওঁ আচাৰ্য্য প্ৰফুল্লচন্দ্ৰৰ প্ৰবন্ধৰে ভাঙনী কৰিছিল। ৺পৰশু ৰাম দত্তয়ো আচাৰ্য্য জগদীশ চন্দ্ৰ বসুৰ 'ভেঁটফুল' বোলা প্ৰবন্ধটো ভাঙনী কৰি এই প্ৰবন্ধাৱলীৰ সমল-গোটাইছিল।



ছাত্ৰ-সন্মিলনৰ দুদিনীয়া অধিবেশন মহাসমাৰোহেৰে হৈ গ'ল। ইয়াৰ পাচত আচাৰ্য্য ৰায়ে এদিনা আমাক ক'লে, "তেজপুৰত থাকি মোৰ বৰ ভাল লাগিছে, আৰু কিছুদিন থাকিবলৈ দিবিনে, প্ৰয়াৰেণ ধনঞ্জয় বুলি এতিয়া খেদাই পঠাবি?" আমাৰ উত্তৰ হ'ল—"আপোনাৰ ইয়াত থাকিবলৈ যিমান দিন মন যায় থাকক। আমি আপোনাৰ আল-পৈচান ধৰিম।"

সেই সময়ৰ আৰু দুটামান মধুৰ স্মৃতিৰে এই প্ৰবন্ধটো শেষ কৰিম। আচাৰ্য্যক তেজপুৰৰ ঘাটৰপৰা কেনেকৈ অনা যায়, ক'ত ৰখা যায়, এই বিলাকো আমাৰ সমস্যা নোহোৱাকৈ নাছিল। ডেপুটী কমিচনাৰ মিঃ ছোমছ (Soames) চাহাবে জানিবা থকাৰ সুবিধা কৰি দিলে। চাৰ্কিট হাউচৰ অনুমতি গৱৰ্ণমেণ্টৰপৰা অনা হয়। এতিয়া ঘাটৰপৰা কেনেকৈ চাৰ্কিট হাউচলৈ অনা হয়। আমি স্থিৰ কৰিলোঁ, মাইসিং মেঘৰাজৰ বাগী গাড়ীখনত বহুৱাই টানি লৈ আহিম যি দৰে লৰ্ড ৰিপনক সুৰেন্দ্ৰ নাথ বানাৰ্জীহঁতে তাহানি কলিকতাত সম্বৰ্ধনা কৰিছিল, আমিও আচাৰ্য্যক সেইদৰে সম্বৰ্ধনা কৰিম। এইমতে আমি দিহা কৰিলোঁ। এনেতে এট্‌কিনছ চাহাবে মোক মাতি পঠালে—"তোমালোকৰ বাহনৰ কি বন্দোবস্ত হৈছে?" মই আমাৰ বন্দোবস্তৰ কথা কোৱাত তেওঁ ক'লে, "বৃটিচ সাম্ৰাজ্যৰ এজনা 'নাইট' আহিছে, এইদৰে ঘোঁৰাৰ বাগীত অনাটো উচিত নহব। মোৰ নতুন 'কাৰ' খন তোমালোকলৈ পঠাই দিম।" সেই সময়ত তেজপুৰত মটৰ কাৰ নাছিল।

আমি স্থিৰ কৰিলোঁ, কাৰখন ফুলেৰে সজাই তাত ভাল ৰছীৰে বান্ধি তেওঁক বহুৱাই টানি লৈ আহিম। তেজপুৰ পোৱাত আমাৰ এই বাহনত উঠিবলৈ আচাৰ্য্যৰ যথেষ্ট সঙ্কোচ নোহোৱা নহয়। ঘাটৰ অতি ওচৰতে যে তেওঁৰ থকা ঠাই সেই কথা জানি তেওঁ বৰ আপত্তি কৰিছিল। কিন্তু ছাত্ৰসকলৰ উৎসাহত বাধা নিদিলে।

তেজপুৰত থকা দিন কেইটাত তেওঁ বাথৰুমৰ ভিতৰত গা নুধুই বাহিৰত নলী এডালৰ ওচৰত গা ধুইছিল। আমি আপত্তি কৰিছিলোঁ। "আমি আপোনাক বাথৰুমত পানীৰ যোগান দিওঁ, ভিতৰত ধোৱক।" তেওঁ ক'লে, "তহঁতে মোক এই প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত থৈছহি। এফালে ভৰিৰ তলেদি বিশাল ব্ৰহ্মপুত্ৰ বৈ গৈছে, আনফালে হিমালয়ৰ গগন পৰশা শৃঙ্গত শুকুলা বৰফ। এই মহিমাময়ী সৌন্দৰ্য্য চোৱাৰ পৰা

লোক বঞ্চিত কৰি বাথৰুমত গা ধুৱাবলৈ ভাল পাবিনে ?'' এনে উত্তৰত আমাৰ একো উত্তৰ নোহোৱা হ'ল।

পিছে এদিন অসম গভৰ্ণমেণ্টৰ ৰেবষ্টাৰ চাহাব আহি তেজপুৰ পালে। ছাত্ৰ সকলে আচাৰ্য্যক আগুৰি থৈছে। ৰেবষ্টাৰ চাহাবে সুধিলে—''বৃটিচ সাম্ৰাজ্যৰ 'নাইট' জন ক'ত আছে ?'' মই আঙুলিয়াই দেখুৱালোঁ—''সৌৱা গা ধুই আছে।'' ''সেই জনেই নে ? ইমান আড়ম্বৰবিহীন লোক।''

# পৰ্বত-ভৈয়াম সম্প্ৰীতি

বিষ্ণুৰাম মেধি

অসমৰ পৰ্বত আৰু ভৈয়ামৰ মাজৰ সম্বন্ধক প্ৰকৃতৰূপে বুজিবলৈ আৰু লগতে বৰ্তমানে পৰ্বতীয়া ভাইসকলৰ মাজত দেখা দিয়া সমস্যা-বিলাক সমাধান কৰিবলৈ যোৱাৰ আগতে বৃটিচ ৰাজত্বৰো পুৰণি সময় ছোৱাৰ এটি প্ৰকৃত বুৰঞ্জীমূলক পটভূমি বিচাৰি লোৱাটো নিতান্তই আৱশ্যকীয়।

বৃটিচে গৰকি যোৱাৰ আগতে এই অসমত বড়ো, কছাৰী, কোচ আৰু আহোমসকলে বিভিন্ন সময়ত আৰু বিভিন্ন ৰূপত নিজৰ নিজৰ সাৰ্ব-ভৌমত্ব প্ৰতিষ্ঠা কৰাটো বৰ্তমান সমাজখনে নজনা নহয়। সেই যুগত পাহাৰী ভাইসকলে ভৈয়ামলৈ সময়ে সময়ে নামি আহি তাৰ ৰাইজৰ লগত বেহা-বেপাৰৰ যোগেদি সম্বন্ধৰ এনাজৰীডাল কটকটীয়া কৰি তুলিছিল আৰু ভৈয়ামৰ ৰাইজেও তেওঁলোকৰপৰা অদূৰত থকা পাহাৰী ভাইসকলৰ লগত মিলি বন্ধুত্ব পাশত আবদ্ধ হৈ পৰিছিল। ভাৰতত বাস কৰা মঙ্গোলীয় আৰু আৰ্য্যসকলৰ সঙ্গমস্থল যে অসম, সেই কথাটো আমি প্ৰতি পদে পদে মনত ৰাখিব লাগিব। এইষাৰ কথা সচা যে ইণ্ডো-মঙ্গোলীয় বা মঙ্গোলীয় সকলে (যাৰ সতি-সন্ততিয়েই হ'ল বৰ্তমানৰ ভৈয়ামৰ জনজাতি সকল) অসমত এটি দীঘলীয়া ৰাজত্ব কৰি গ'ল। এই ৰাজত্ব সূত্ৰতেই মঙ্গোলীয় সকলৰ আৰ্য্যসকলৰ লগত এটা নিবিড় সম্বন্ধ গঢ়ি উঠিছিল, যাৰ স্বাক্ষৰ স্বৰূপে অসমত এটি বিশেষ ৰূপে মিশ্ৰিত সভ্যতাৰ জন্ম হৈছিল আৰু সেই সভ্যতাকে ভৈয়ামৰ জনজাতিসকলে নিজৰ বুলি গ্ৰহণ কৰি লৈছে। সেই তেতিয়াৰেপৰা ভৈয়ামৰ জনজাতিসকল আৰু ভৈয়ামত বাস কৰা খাচ অসমীয়া লোকসকলৰ মাজত এটা উমৈহতীয়া অবিচ্ছিন্ন ভাব গঢ়ি উঠিছে। এই সকলৰ উপৰিও গাৰো মিকিৰ, ৰাভা, মিৰি,

লালুং আৰু পৰ্বতীয়া জাতি কিছুমান আছে যি সকলে ভৈয়ামতে স্থায়ী হিচাবে বাস কৰিবলৈ লৈ পৰ্বত আৰু ভৈয়ামক ওচৰ চপাই অনাত যোগসূত্ৰ স্বৰূপ হৈ পৰিছে। কেৱলমাত্ৰ দেশৰ আৰ্থিক উন্নতিয়েই নহয়, শান্তি স্থাপনত আৰু যুদ্ধ-বিগ্ৰহ এই সকলো বিলাক ক্ষেত্ৰতে জনজাতিসকলৰ সহায়-সাৰথিৰ কথা অতীত বুৰঞ্জীয়ে আমাক আঙুলিয়াই দেখুৱায়।

জনজাতিসকলে আমাৰ দৈনন্দিন জীৱনৰ, ভাষাৰ আৰু সংস্কৃতিৰ মূল বস্তুখিনি তেওঁলোকৰ নিজৰ বুলি মুক্তহস্তেৰে গ্ৰহণ কৰি লৈছে। সেই একেদৰে আমিও ভৈয়ামবাসী সকলে সেইসকলৰ নিয়ম-কানুন আদি বহুতো বস্তুক নিজৰ আপোন বুলি গ্ৰহণ কৰি লৈছোঁ। অসমীয়া জাতি জনজাতি আৰু অ-জনজাতীয় লোকৰ সমষ্টি। অসমীয়া ভাষায়ো তেনেকৈ সংস্কৃত, পালি আৰু জনজাতীয় ভাষাবিলাকৰপৰা ধাৰ কৰি অন্য শব্দৰে পৰিপুষ্টি লাভ কৰিছে। আনকি অসমীয়া লোকসকলৰ সাজ-পোছাক, তেওঁলোকৰ নিয়ম-কানুন আৰু অৱসৰ বিনোদনৰ সামগ্ৰীও জনজাতি আৰু অ-জনজাতীয় বৈশিষ্ট্যৰ সংমিশ্ৰণত গঢ় লৈছে। অসমীয়া ভাষাৰ শতকৰা প্ৰায় ৩০ ভাগ শব্দ অষ্ট্ৰিক ভাষাৰ পৰা ওলোৱা, যি অষ্ট্ৰিকৰ পৰাই গাৰো, খাচীয়া, নগা, কছাৰী আদি বিভিন্ন জাতিবিলাকৰ উৎপত্তি। ভৈয়ামত বাস কৰি অহা সাত লাখৰ ওচৰা-উচৰি কছাৰী, মিৰি, মিকিৰ, লালুং, ৰাভা আৰু বাকী জনজাতীয় লোক সকলে ভৈয়ামৰ আন আন বাসিন্দা সকলৰ লগত বন্ধুত্ব পাশত আবদ্ধ হৈ আহিছে।

তেনেকৈ অসমীয়া লোক সকলে গাৰো, খাচীয়া, ভুটীয়া, ডফলা, আবৰ, মিচিমি আদি লোকসকলৰ লগতো একেধৰণৰ সম্পৰ্কই স্থাপন কৰি আহিছে। এই ঘনিষ্ঠ সম্পৰ্ক বৃটিচ ৰাজত্বৰ আগৰ সময় ছোৱালৈকে কটকটীয়া হৈ আছিল। কিন্তু বৃটিচসকলে ৰাজত্ব আৰম্ভ কৰাৰ লগে লগে তেওঁলোকৰ অৱহেলা আৰু মিছনেৰীৰ কাৰ্য্য-কলাপে পাহাৰ আৰু ভৈয়ামৰ বন্ধুত্বৰ দোলডাল ছিঙি দিলে আৰু পাহাৰী সকল তেওঁলোকৰ ভাতৃসম ভৈয়ামৰ লোকসকলৰপৰা আঁতৰি আহিল। পৰ্বত-ভৈয়ামৰ মাজৰ যাতায়াতৰ উন্নতিৰ অৰ্থে তেওঁলোকে একোকেই নকৰিলে। বৰঞ্চ আগৰ পৰিবহন ব্যৱস্থাৰ কোনো যত্ন নোলোৱাকৈ ব্যৱহাৰ কৰাত সেইবিলাকো সময়ৰ সোঁতত নষ্ট হবলৈ ধৰিলে। দেশত বিদেশী মিছনেৰীয়ে দিয়া শিক্ষা আৰু ডাক্তৰী সাহায্যৰ লগত ফেৰ মাৰিব পৰা অন্য কোনো প্ৰতিষ্ঠান নোহোৱাত মিছনেৰী সকলৰ প্ৰভাৱ ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে; আৰু ইয়ে পাহাৰী ভাই সকলক ভৈয়ামবাসী বাইজৰপৰা আঁতৰাই নিয়াত যথেষ্ট সহায় কৰিছিল। বৃটিচ সকলৰ পৰ্বতীয়া ঠাই খণ্ডক অসম তথা



ভাৰতৰপৰা আঁতৰাই ৰখা নীতিৰ মূল উদ্দেশ্যই আছিল পৰ্বতীয়া ঠাইখণ্ডত তেওঁলোকৰ আধিপত্য বিস্তাৰ কৰা। অসমীয়া সমাজৰ এইটো অজ্ঞাত নহয় যে সেই সময়ত অসমৰ অধিবাসীসকলৰ মাজত দেখা দিয়া অনৈক্যই বৃটিচ শক্তিৰ মূল আছিল। বৃটিচ কৰ্মচাৰী আৰু বিদেশী মিছনেৰীসকলে এই বিভেদকামী নীতিক তেওঁলোকৰ মূলমন্ত্ৰ হিচাবে, ধৰি ললে আৰু ওচৰচুবুৰীয়া এলেকাবোৰৰ ভিতৰত আগৰ বন্ধুত্বপূৰ্ণ সম্পৰ্ক নোহোৱা হৈ আহিবলৈ ধৰিলে।

বৃটিচ শাসকসকলৰ ৰুদ্ধ-দুৱাৰ নীতিয়ে ( Closed door policy ) পাৰ্বত্য অংশক জাতীয় চিন্তাধাৰাৰ অংশ লোৱাৰ পৰা বিৰত কৰিলে। যেতিয়া দুটা কোনো ওচৰচুবুৰীয়া দলক সম্পূৰ্ণ বিভক্ত কৰি ৰখা হয় আৰু অৰ্থনৈতিক, সামাজিক আৰু ৰাজনৈতিক দিশৰপৰা এটা কৃত্ৰিম অন্তৰায়ৰ সৃষ্টি কৰি দুয়োটা দলকে সংমিশ্ৰণ হৈ যোৱাৰ পথত ব্যাঘাত জন্মোৱা হয় তেতিয়া স্বভাৱতেই দুয়োটা দলৰ মাজত পৰস্পৰৰ প্ৰতি বিদ্বেষ ভাবৰ জন্ম হয় আৰু ফলত ইটো দলে আনটোক সন্দেহৰ চকুৰে লক্ষ্য কৰে। তেনেকৈয়ে দুয়োটা দলৰ মাজত থকা বন্ধুত্বৰ এনাজৰীডালো টুকুৰা-টুকুৰ হৈ পৰে।

আহোম ৰাজত্ব কালত ব্ৰহ্মপুত্ৰ উপত্যকাত বাস কৰা জনজাতীয় লোকসকলৰ পৰস্পৰৰ ভিতৰত বন্ধুভাৱ আৰু সম্পৰ্ক থকাৰ কথা অতীত বুৰঞ্জীয়ে আমাক আঙুলিয়াই দেখুৱায়। অকলমাত্ৰ আহোম ৰাজত্ব কালছোৱাতে নহয়, তাৰো বহু পুৰণি যুগ এটাৰ পৰাই ভৈয়াম আৰু পাহাৰবাসী লোকসকলৰ মাজত এনেকুৱা এটা সম্পৰ্ক চলি আহিছে। সামাজিক, ৰাজনৈতিক আৰু অৰ্থনীতিৰ ওপৰত ভিত্তি কৰি ভৈয়াম আৰু পাহাৰৰ লোকসকলৰ মাজত গঢ়ি উঠা সম্পৰ্কই পৰস্পৰৰ মাজত বুজা-পৰা ভাব এটা আনি দিছে আৰু পুৰণি দিনৰ দৰেই পৰস্পৰৰ সংস্কৃতি, নিয়ম-কানুন আদি জানিবলৈ আগ্ৰহান্বিত আৰু ইয়ে বৃটিচৰ দিনৰপৰাই পৰস্পৰৰ মাজত চলি অহা সন্দেহৰ ভাবক মষিমূৰ কৰাত বিশেষ সহায় কৰিছে। বৰ্তমানে স্বাধীনতাৰ পিচৰ পৰাই দুয়োদলৰ মাজত থকা অন্তৰায় ক্ৰমে শেষ হৈ আহিছে আৰু পৰস্পৰৰ মাজত থকা সন্দেহৰ ভাবো ক্ৰমাৎ নোহোৱা হৈ আহিছে। ভাৰতৰ সৈতে এই জাতিসমূহৰ সংহতিৰ প্ৰচেষ্টা চলোৱাৰ সময়ত পৰ্বত আৰু ভৈয়ামৰ মাজত থকা পুৰণা সম্প্ৰীতিক ভালদৰে বুজিবলৈ আমি বৃটিচৰো পুৰণি সেই যুগটোলৈ চকু দিব লাগিব।

বৰ্তমান সময়ত পৰ্বত আৰু ভৈয়ামৰ লোকসকলক সজাগ কৰি পৰস্পৰৰ লগত একত্ৰিত কৰিবলৈ প্ৰধান প্ৰয়োজনীয় বস্তু কেইটি হ'ল—

পৰিবহন আৰু ডাক্তৰী সাহায্যৰ উন্নতি আৰু লগতে প্ৰাকৃতিক আৰু খনিজ সম্পদৰ উপযুক্ত ব্যৱহাৰ। এই বস্তু কেইটাকে আজি ইমান দিনে উলাই কৰি অহা হৈছে। হানিকৰ 'জুম' খেতিক সলনি কৰি তাৰ ঠাইত পৰ্বতৰ বিশেষ অৱস্থাৰ লগত খাপ খুৱাই বিজ্ঞান সম্মত কৃষি প্ৰণালী আৰু শস্য উৎপাদনৰ বিশেষ প্ৰণালীৰ প্ৰচলন কৰাটো অত্যন্ত আৱশ্যকীয়। কুটিৰ-শিল্পক পুনৰ সংস্থাপন কৰি এই বিলাক শিল্পৰ আৰু লগতে এই এলেকাত হোৱা অন্যান্য শিল্পৰো অতিৰিক্ত উৎপন্ন সামগ্ৰীৰ বাবে উপযুক্ত বজাৰ বিচাৰি উলিয়াব লাগিব। স্বাভাৱিকতে এই অঞ্চলবোৰৰ উৎপন্ন দ্ৰব্য আৰু কুটিৰ-শিল্পজাত বস্তুৰ বজাৰ বিচাৰি ভৈয়ামলৈ যাব-আহিব লাগিব আৰু লগতে পৰ্বতীয়া মানুহৰ আৰ্থিক অৱস্থা স্বচ্ছল কৰিবলৈ পৰ্বত আৰু ভৈয়ামৰ বেপাৰ-বাণিজ্যৰ উত্তৰোত্তৰ উন্নতি সাধিব লাগিব। পৰ্বত আৰু ভৈয়ামৰ উমৈহতীয়া প্ৰচেষ্টাত গঠিত হোৱা এটা উমৈহতীয়া অৰ্থনৈতিক ব্যৱস্থাইহে প্ৰাকৃতিক সম্পদবাজিৰ লাভজনক নিয়োগৰ প্ৰতিশ্ৰুতি দিব পাৰে।

ভৱিষ্যতে আমাৰ একমাত্ৰ যুক্তিযুক্ত ব্যৱস্থাটো হব এই অঞ্চলবোৰৰ কিছুদূৰ উন্নতিৰ পিচত অসমৰ লগত ক্ৰমাগত চামিলকৰণ। তেওঁলোকৰ নীতি-নিয়ম, আইন-কানুন, জীৱন ধাৰণৰ প্ৰণালী আদিত তেওঁলোকৰ শাসন পদ্ধতিত আৰু অন্য কোনো প্ৰতিষ্ঠান বা তেওঁলোকে ইচ্ছা নকৰা কোনো কামতেই আমি হাত আগবঢ়াব নালাগিব। পাৰ্বত্য শাসন কাৰ্য্যত বুজন পৰিমানৰ জনজাতীয় লোকক ক্ৰমাগত অন্তৰ্ভুক্ত কৰাটো নিতান্তই আৱশ্যকীয়। অতীজতে ঐতিহাসিক সূত্ৰে ভৈয়াম আৰু পাহাৰৰ লোকসকল সামাজিক আৰু অৰ্থনৈতিক দিশৰ ফালৰপৰা বন্ধুত্ব-পাশত আৱদ্ধ আছিল। এই এলেকা খণ্ডক অসমৰ সীমাভুক্ত কৰাৰ আৱশ্যকতা ভূগোলেও আঙুলিয়াই দেখুৱায়। কিছুমান দিনৰ আগতে সীমান্তক্ষেত্ৰৰ সমতল ভূমিত বুজন পৰিমাণৰ জনজাতীয় লোকক সাধাৰণ শাসন-পদ্ধতিত অন্তৰ্ভুক্ত কৰা হৈছে। এইটো সুখৰ বিষয় যে সেই এলেকাত বাস কৰা জনজাতীয় লোককে ধৰি আনলোক সকলৰপৰা কোনো ধৰণৰ আপত্তি শুনা নাযায়। সেই অঞ্চলবোৰত সংবিধানে দাঙি ধৰা আঁচনিখনৰ মতে বৰ্তমান কাম আৰম্ভ কৰা হৈছে। এই এলেকাখণ্ডত বাস কৰা জনজাতীয় লোকসকলে ইতিমধ্যেই তেওঁলোকৰ লগত ওচৰ-সম্বন্ধ স্থাপন কৰি উত্তৰ-পূব সীমান্ত আৰু স্বায়ত্ব শাসিত জিলাবোৰৰ জনজাতীয় লোকসকলৰ ভৈয়ামৰ সৈতে সম্প্ৰীতি স্থাপন কৰাত যোগসূত্ৰ স্বৰূপ হৈ পৰিছে। এনেকুৱা এটা সন্ধিক্ষণত এই সম্প্ৰীতিক উলাই কৰি এই এলেকাখণ্ডক অসমৰপৰা



বিচ্ছিন্ন কৰি এখন বেলেগে প্ৰদেশ গঠন কৰা মানে বুৰঞ্জীৰ বাণীক দলিয়াই পেলোৱা হব আৰু লগতে প্ৰগতি আৰু সংহতিৰ পথত ই অন্তৰায় স্বৰূপে দেখা দিব। বৰ্তমানে এই পৰ্বতীয়া অঞ্চলসমূহক অসমৰ লগত চামিল কৰাৰ শেষ লক্ষ্যৰ ওপৰত বহুতে সন্দেহ প্ৰকাশ কৰিছে। আশঙ্কা কৰা গৈছে যে যদিহে এই সন্দেহসমূহ অনতিপলমে মনৰপৰা দূৰ কৰিব পৰা নাযায় তেনেহলে ইয়ে ক্ৰমবৰ্দ্ধমান চামিলকৰণত বাধা যোগাব আৰু সংবিধানৰ ষষ্ঠ অনুচ্ছেদত দাঙি ধৰা মূল উদ্দেশ্যই নষ্ট হৈ যাব। সংবিধানত প্ৰতিফলিত হোৱা শেষ লক্ষ্যৰ সম্পৰ্কে উচ্চমহলত দেখা দিয়া সন্দেহসমূহে উত্তৰ সীমান্তৰ কৰ্মচাৰীসকলক আৰু লগতে তেওঁলোকৰ কাৰ্য্য-কলাপকো প্ৰভাৱান্বিত কৰিব পাৰে বুলি জনসাধাৰণে ভাবে। জাতীয় সংহতিৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি এই সন্দেহসমূহক অনতিপলমে দূৰীভূত কৰাটো আৱশ্যকীয় বুলি বহুতে বিশ্বাস কৰে।

সমগ্ৰ অসমেই ভিন ভিন জাতিৰ আৰু জনজাতিৰ সংমিশ্ৰণৰ এখনি প্ৰতিচ্ছবি দাঙি ধৰে। ওপৰে ওপৰে চালে এনেকুৱা ভাব হয় যেন এই প্ৰতিচ্ছবিৰ লগত এটা বিজাতীয় অথচ অন্তৰ্নিহিত বিস্তৃত একতা আৰু মিশ্ৰিত সংস্কৃতি সন্নিহিত হৈ আছে। পৰ্বত আৰু ভৈয়ামৰ এই বিৰাট লোক সমষ্টি ভাৰতৰ এটা ভৌগোলিক সুনিৰ্ধাৰিত অঞ্চলত বাস কৰি আহিছে আৰু নিৰাপত্তা আৰু প্ৰতিৰক্ষাৰ দিশৰপৰা গুৰুত্বপূৰ্ণ বুলি স্বীকৃতি লাভ কৰা এই অঞ্চলৰ জনকল্যাণৰ বাবে ভৈয়াম আৰু পৰ্বতবাসীসকলে বন্ধুত্ব পাশত আবদ্ধ হৈ এই বন্ধুত্ব যাউতিযুগীয়া কৰি নতুন অসম গঢ়াৰ পথত সহায় কৰিব লাগিব। পৰ্বত আৰু ভৈয়ামবাসীসকলে জাতীয় একতা, প্ৰগতি আৰু সাৰ্বজনীন সচ্ছল জীৱন লাভৰ ক্ষেত্ৰত একত্ৰিত ভাৱে আগবাঢ়ি যাব বুলি অসমীয়া ৰাইজে এক অদমনীয় অভিলাষ পোষণ কৰি আহিছে।

মই এইটো আশা কৰোঁ যেন পৰ্বতত বাস কৰা আমাৰ ভাইসকলে অসমৰ সংখ্যা গৰিষ্ঠ লোকৰ এই শুভেচ্ছাক সাদৰি লৈ অৱশিষ্ট অংশ আৰু ভাৰতৰ ৰাইজৰ একতাৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোকৰ স্বোপলব্ধি আৰু প্ৰগতিৰ পথ বিচাৰি লয়।

---

(লিখকৰ মূল ইংৰাজী প্ৰবন্ধৰ অনুবাদ কৰি দিছে মুকুণ্ডকাম শৰ্মাই)

# এক অসম

## (অসমীয়া ৰাইজলৈ)

টাবুৰাম টাইড

অসমৰপৰা দিল্লীলৈ অহাৰ প্ৰথম কেইদিনৰ ভিতৰত মোৰ অতি ভাল লগা, নিজৰ নিজৰ লগা বস্তুটো হ'ল এখন চিঠি ঃ ঢোল-তালৰ ছাপ লগা, ছপাখানাৰ হেঁচাত আখৰৰ ভাৰ বৈ অহা এখন প'ষ্টকাৰ্ড। মোৰ নামত আহিছে; প্ৰেৰক —"সম্পাদক, অসমীয়া ছাত্ৰ-সন্মিলন, দিল্লী"। পলকতে মন-চৰাই উৰা মাৰিলে অসমলৈ। লুইতেদি উজালোঁ, মনত পৰা নগৰ-চহৰ সকলোতে বিচৰণ কৰিলোঁ। সোৱণশিৰীত মন-ডিঙা উজালে, ভটীয়ালে; কিমানবাৰ তাৰ হিচাব মই ৰখা নাই। মনত পৰিল খাচীয়া পাহাৰত থকা ৰাজধানীলৈ আৰু ৰাজধানী নথকা বহুতো পাহাৰলৈ। ওখ-চাপৰ পাহাৰৰ নিশ্চল শিলত পৰি থকা মৌন হাতীৰ খোজ, লুইতৰ পাৰৰ আন্ধাৰ ৰাতিও জিলিকি থকা কঁহুৱাৰ ফুল, কজলা সপোন সানি আপোন মনেৰে চৰি ফুৰা গঁড়ময় কাজিৰঙা,—এইবোৰ একো একোটাকৈ স্মৃতিৰ পটত জিলিকিব ধৰিলে। মোৰ নিজকে কবি ৱাৰ্ডছ্ৱৰ্থৰ এটা স্তবক যেন লাগিল।

অসমৰ বাহিৰৰ মানুহে অসম বুলিলে পাহাৰময়, জংগলময় কিবা এটা বুলি ভবাৰ দৰেই ক্ষন্তেক পৰ মযো অসম-আইৰ সেউজীয়া শোভাত তন্ময় হৈ ৰলোঁ। কিন্তু, হঠাৎ মনত পৰিল—ধুনীয়া এক সন্ধিয়াত জনতাৰ কোলাহল ঠেলি উৰি অহা ডঃ ভূপেন হাজৰিকাৰ সেই—

"চিয়াঙৰে গালং, লুইতৰে খাম্‌টি
(আৰু) টিৰাপৰে ৱাংচুৰে মোক কিয় মাতিছে।
অসমীৰে পদূলি, উদুলি ঐ মুদুলি
মৰম-চেনেহৰে হাট বহিছে।"



পাহাৰময়, জঙ্গলময় অসম চকুৰ পচাৰতে মানুহময় মানুহময় লাগিল। এই মানুহময় অসমৰে মযো এজন মানুহ। সেইকাৰণে মোলৈ বুলি এইখন চিঠি আহিছে। মোৰ ভাল লাগিল।

আৰু আনন্দিত হলোঁ জানিব পাৰি যে, দিল্লীবাসী অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে "অসমীয়া ছাত্ৰ-সন্মিলন, দিল্লী" কথাৰ দ্বাৰা জাতি-বৰ্ণ-ধৰ্ম-ভাষা নিৰ্বিশেষে অসমৰ ভৌগোলিক সীমাৰেখাৰ ভিতৰৰপৰা আহি দিল্লীত পঢ়া-শুনা কৰা সকলো ছাত্ৰ-ছাত্ৰীৰ সন্মিলন বুজাইছে। মোৰ মাতৃভাষা অসমীয়া নহয়, তথাপিও মই হাড়ে-হিমজুৱে অসমীয়া। অসমৰ মাটি-পানী মোৰ তেজ-মাংস। সেইকাৰণেইতো মোলৈ বুলি এইখন চিঠি আহিছে।

এতিয়া স্বাভাৱিকতে প্ৰশ্ন উঠে, কিমান জনজাতিৰ অন্তৰত অসমীয়া ভাষী ৰাইজৰ প্ৰতি এই আপোন ভাব আছে? এনে আপোন ভাব আনিবলৈ অসমীয়া ৰাইজে* তেওঁলোকক সুবিধা দিছেনে? মৰম-চেনেহৰ হাটেৰে অসমৰ পদূলি সঁচাকৈয়ে উদুলি মুদুলিনে? চিয়াঙৰ গালঙে, লুইতৰ খাম্‌টিয়ে আৰু টিৰাপৰ ৱাংচুৱে আপোনাক মাতিছেনে?

অসমীয়া ৰাইজে নিশ্চয় জানে যে, অসমৰ সীমাৰ ভিতৰত বাস কৰাৰ বাহিৰে খাচীসকলৰ অসমৰ লগত অন্য কোনো সম্বন্ধ নাই। তেওঁলোকৰ বহুতো নেতৃস্থানীয় লোকো অসমীয়া ৰাইজৰ ওপৰত গভীৰ-ভাৱে অসন্তুষ্ট। এজন গণ্য-মান্য খাচী ভদ্ৰলোকৰ মুখত শুনিছিলোঁ— "অসমীয়াতকৈ আমি বহুগুণে শিক্ষিত। আমাৰ সামাজিক স্থান অসমীয়া-তকৈ শ্ৰেয়ঃ। আমাৰ জাতি স্বকীয় সংস্কৃতিৰ বলত বলীয়ান।...... গতিকে অসমত ঘৰ হোৱাৰ বাহিৰে আমাৰ অসমীয়াৰ লগত অন্য কোনো সম্বন্ধ নাই।" নগাই বেলেগ হৈ খাইছে। খাচীসকলৰো এনে বেলেগ হৈ খোৱা মনোভাব! কম বেচি পৰিমানে শিক্ষা-দীক্ষাৰ পথত আগ-বাঢ়িব পাৰিলে বাকীবিলাক জনজাতিয়ে যে এনে বিচ্ছেদভাব পোষণ নকৰিব সেই কথা আমি ন-দি কব নোৱাৰেঁ।

উল্লেখযোগ্য যে এই বিচ্ছেদভাব চিৰদিন ভাব হৈ নাথাকিবও পাৰে; যি কোনো এদিন ই কামত অনূদিত হব পাৰে। সময়ৰ পাকত ৰাজনীতিয়ে মানুহৰ অসুস্থ বাসনা সিদ্ধি কৰিবৰ এক উৎকৃষ্ট বাহন হিচাবে কাম কৰে। জনজাতিসকলৰ মাজত এনে বিদ্বেষমূলক আৰু বিচ্ছেদ-মূলক ৰাজনীতি যিদিনা শিপাবলৈ ধৰিব, তেতিয়াই অসমৰ কাৰণে একতাৰ অৰ্থ হৈ পৰিব "একেটা অৰ্থাৎ গাইপতি এটা এটা।"

*'অসমীয়া ৰাইজ' বোলোঁতে লিখকে ইয়াত ভৈয়ামবাসী অসমীয়া ৰাইজকে বুজাইছে। —সম্পাদক

পাহাৰীয়া জনজাতিসকলৰ মনত অসমীয়াৰ প্ৰতি বিদ্বেষভাব গঢ়ি উঠা আৰু দিনে দিনে বাঢ়ি উঠাৰ বহুতো উদাহৰণ অসমীয়া ৰাইজে চকুৰ আগতে দেখিছে। ভাষা আন্দোলনৰ সময়ত ছিলঙৰ ৰূপ তাৰ স্পষ্ট প্ৰমাণ। উত্তৰ-পূব সীমান্ত অঞ্চলৰ পাহাৰী জনজাতিসকলৰ মনতো এই বিদ্বেষভাব দেখা গৈছে। তেওঁলোকৰ অসমীয়া ভাষা গ্ৰহণৰ অনিচ্ছা তাৰ এক উজ্জ্বল উদাহৰণ। নিজৰ দোৱানত চিঠি লিখিবলৈ হ'লে তেওঁলোকৰ অনেকেই খাচীসকলৰ দৰেই ইংৰাজী আখৰ ব্যৱহাৰ কৰে। অসমীয়া আখৰ লিখিব নাজানে, জানিলেও নিলিখে। মিকিৰ লুচাইসকলৰ লগত অসমীয়া ৰাইজৰ সম্বন্ধ ইয়াতকৈ কোনোপধ্যে আশাপ্ৰদ নহয়। এনে দৃঢ় বিদ্বেষভাব বিচ্ছেদভাবৰ পূৰ্বলক্ষণ।

ভৈয়ামৰ জনজাতিসকলৰ ভিতৰত কছাৰী, মিছিং আৰু দেউৰী-সকলেই প্ৰধান। শ শ বছৰ একেলগে বাস কৰিও অসমীয়া ৰাইজে এই জনজাতিসকলক আপোন কৰিব নোৱাৰিলে। সমাজত এইসকল সদায়ে অৱহেলিত, সাধাৰণতে কোনো অসমীয়াই তেওঁলোকক নিম্নশ্ৰেণীৰ অমাৰ্জিত ৰীতি-নীতি লৈ থকা মানুহ বুলি নাভাবি নোৱাৰে। কথাৰে আমি বহুতো জাতি-ভেদহীন সমাজ গঠন কৰোঁ; কামত আমি তাতোকৈও বেচি জাতি-ভেদ জৰ্জৰিত সমাজ সৃষ্টি কৰোঁ।

সি যি কি নহওক, এইটো এটা শুভ লক্ষণ যে, কছাৰী সমাজত আংশিকভাৱে অসমীয়া সমাজত লীন যোৱাৰ এটা উদ্যোগ দেখা গৈছে। দাস, শইকীয়া, ফুকন, ডেকা, বৰা আৰু হাজৰিকাৰ সংখ্যা কছাৰী সমাজত বৃদ্ধি হব ধৰিছে। এশ বছৰৰ পাচত এইসকলক অসমীয়া দাস, শইকীয়া, ফুকন আৰু হাজৰিকা আদিৰপৰা পৃথক কৰা টান হৈ পৰিব। তাৰ উপৰিও, কছাৰী সমাজৰ বহুতেই অসমীয়া ভাষাক মাতৃভাষা হিচাবে ব্যৱহাৰ কৰিব ধৰিছে। গতিকে অসমীয়া সমাজৰ লগত লীন যাবৰ প্ৰধান অন্তৰায়বোৰ তেওঁলোকৰ আগত আৰু নাই।

কিন্তু যিসকল চিৰদিন সোনোৱাল, ৰাভা, বড়ো, ব্ৰহ্ম হৈয়েই ৰ'ব, যিসকলে মিছিং, দেউৰী আদি উপাধিকে লৈ চিৰকাল জীয়াই থাকিব, সেইসকলে কি উপায়েৰে অসমীয়া সমাজৰ মাজত নিজকে বিলাই দিব?

যদি অসমৰ সকলো জাতি-উপজাতিৰে এক অসমীয়া জাতি গঢ়িব পাৰোঁ, তাতোকৈ স্বাগতম জনাবলগীয়া ঘটনা অসমৰ বুৰঞ্জীত আৰু বিচাৰি পোৱা নহ'ব। সংমিশ্ৰণত সৃষ্টি হোৱা জাতিৰ শ্ৰেষ্ঠত্ব ইংৰাজসকলেই প্ৰমাণ কৰে। এনে এটা মিলনৰ কাৰণে লাগিব প্ৰথমে ভিন্ ভিন্ জাতি-উপজাতিৰ মাজত ভাষা-সংস্কৃতিৰ আদান-প্ৰদান, আৰু



শেষত এই উপকৰণবোৰৰ পূৰ্ণমিলন। কিন্তু অসমৰ বিভিন্ন জাতি-উপজাতিৰ ভাষা-সংস্কৃতি ইমান বেচি বৈচিত্ৰ্যপূৰ্ণ যে এনে মিলনৰ সম্ভাৱনা প্ৰকৃতপক্ষেই নাই। গতিকে বৰ্তমান বিৰাজ কৰা আন্তঃসামাজিক দূৰত্ব বহুদিনলৈ থাকিব বুলি ধৰি লব পৰা হয়।

এতিয়া আমি কব খুজিছোঁ এইটোকেই যে জনজাতিসকলৰ প্ৰতি সুস্থ মনোভাবৰ দ্বাৰা অসমীয়া সমাজে এই দূৰত্ব কমাব পাৰে। সম্পূৰ্ণ মিলন সম্ভৱ নহ'লেও এনে মনোভাবৰ দ্বাৰা বহুতৰ মাজত ঐক্যৰ ৰূপসৃষ্টি অসম্ভৱো নহয়। জনজাতিসকলৰ পৰিচয় চাংঘৰ, আপং আৰু গাহৰীৰ মাজত আৱদ্ধ নাৰাখি তেওঁলোককো সভ্যতাৰ পথৰ সহ-যাত্ৰী হিচাবে আপুনি মৰম-চেনেহৰ টোপোলা তেওঁলোকলৈও বান্ধিব নোৱাৰেনে? তেওঁলোকৰপৰা আপুনি যি সন্মান বিচাৰে, তেওঁলোককো সেই সন্মান প্ৰদৰ্শন কৰিব নোৱাৰেনে? উখহি থকা পতাৰ তলত আধামেলা চকু-যুৰিৰে আৰু মানুহৰ ক্ৰমবিকাশত অৱহেলিত হৈ কোঁচ খাই থকা নাকুটোৰে সৈতে পাহাৰী কনেংজনীক চাঙৰ ওপৰৰ লেতেৰী ছোৱালী বুলি নাভাবি আপোনাৰ ঘৰ শুৱনি কৰা জীয়াৰী বোৱাৰীৰে এজনী বুলি ভাবিব নোৱাৰেনে? জানো জংকি-পানেই আপোনাৰ মৰমৰ, কাৰণ তেওঁলোক অসমীয়া উপন্যাস সাহিত্যৰ দুটি অমৰ প্ৰাণী। কিয়, তেওঁলোকক মিছিং সমাজৰ হাজাৰ 'জংকি-পানেই'ৰে মাজৰ দুটি নিৰীহ প্ৰাণী হিচাবে ভাল পাব নোৱাৰি জানো? শিল্পী-সুলভতাৰ পৰিচয় দিবলৈকে হওক বা সামাজিক ঐক্যৰ সপোন দেখিয়েই হওক, ডঃ ভূপেন হাজৰিকাই "আদিক" "আবৰ" আৰু "মিছিঙ"ক "মিৰি"বোলাটো পাপ বুলিলেই ঘোষণা কৰিছে।* পাপ হয়তো কোনোটোৱেই নহয়। কিন্তু ই দুখ লগা অভ্যাসগত ভুল। এনেকুৱাবোৰ ভুলেই সমাজৰ ৰোগ। চেতনাৰ চিকিৎসা অবিহনে এই ৰোগ দুৰ্নিবাৰ।

সুস্থ মানৱতাবোধ নাথাকিলে কিদৰে অনৈক্যৰ সৃষ্টি হব পাৰে, তলত দিয়া সঁচা ঘটনাটিৰপৰা এই কথা বুজা যায়:—

---

*অপ্ৰাসঙ্গিক হ'লেও কবলগীয়া হৈছে যে—"মিৰি" আৰু "আবৰ" এই দুটা শব্দ মাৰ্জিত ভাষাত ব্যৱহাৰ কৰা অনুচিত। তাৰ সলনি, ভৈয়ামত থকা তথাকথিত মিৰিসকলক "মিছিং"আৰু পাহাৰৰ তথাকথিত আবৰ-সকলক "আদি" বুলি জনা উচিত। কাৰণ সেইটোহে তেওঁলোকৰ প্ৰকৃত পৰিচয়।

পাছিঘাটৰ দুজন "আদি" ছাত্ৰ অলপতে উজনি অসমৰ মাজুলী অঞ্চলত ফুৰিবলৈ আহিছিল। তেওঁলোকে এখন লাইন বাচেৰে আহি নামিবৰ সময়ত জানিব পাৰিলে যে গাড়ীখনৰ ওপৰত বোজাই দিয়া তেওঁলোকৰ বস্তু-বাহানী ভুলক্ৰমে অন্য এঠাইত নমাই দিয়া হ'ল। গাড়ীখনৰ পৰিচালকজনে দুই এদিনৰ ভিতৰতে তেওঁলোকৰ বস্তু তেওঁলোকৰ হাতত গতাই দিয়াৰ প্ৰতিশ্ৰুতি দিলে। দুৰ্ভাগ্যবশতঃ এই প্ৰতিশ্ৰুতি নৰখাত তিনি চাৰিদিনৰ মূৰত ছাত্ৰ দুজনে উপৰোক্ত পৰিচালকক সাক্ষাৎ কৰি সোধা-মেলা কৰিলে। সোধা-মেলা গৈ তৰ্কযুদ্ধত আৰু তৰ্কযুদ্ধ গৈ মুষ্টিযুদ্ধ, লাঠিযুদ্ধ আদিত পৰিণত হ'ল। কিছুমান অনা-অসমীয়া মানুহৰ সহায়তহে পাহাৰৰ ছাত্ৰ দুজনে প্ৰাণ বচাই ঘৰ পালেগৈ। এই ঘটনাৰ অলপদিনৰ পাচতে পাছিঘাটৰ এখন ছাত্ৰ-সন্থাই সুবিচাৰৰ কাৰণে অসম তথা ভাৰত চৰকাৰৰ ওচৰত আবেদন কৰে।

এনেবোৰ ঘটনাই যি বিদ্বেষভাবৰ সৃষ্টি কৰে তাক সহজে মচিব নোৱাৰি। অসুবিধা হ'ল এইখিনিতে যে এজনৰ ভুলে দহজনৰ সুনামত কুঠাৰাঘাত কৰে। গতিকে প্ৰত্যেকজন অসমীয়া মানুহৰ আজি সুস্থ মানৱতাবোধ জাগিব লাগিব।

আগতে উনুকিয়াই অহা হৈছে যে জনজাতি সমাজৰ লগত অসমীয়া সমাজৰ অনৈক্যৰ এটা প্ৰধান কাৰণ হ'ল তেওঁলোকৰ সাংস্কৃতিক অনৈক্য। সংস্কৃতি জাতিৰ অবিচ্ছেদ্য অঙ্গ। জাতীয় সংস্কৃতিৰ বুৰঞ্জীহে জাতিৰ প্ৰকৃত বুৰঞ্জী। সেয়েহে আমি ভাৰতীয়সকলে গৌৰৱ কৰোঁ যে প্ৰাক্ ঐতিহাসিক যুগৰেপৰাই ভাৰতবৰ্ষই বহুতো ৰাজনৈতিক আৰু সামাজিক অনৈক্যৰ মাজতো সাংস্কৃতিক ঐক্য অবিচ্ছিন্নভাৱে বজাই ৰাখি আহিছে। আজিৰ গ্ৰীক সমাজত আমি সুসভ্য প্ৰাচীন গ্ৰীক সমাজৰ কোনো চিনাকি নাপাওঁ; কিন্তু আজিৰ এজন ভাৰতীয়ৰ জীৱনাদৰ্শ আৰু ৰামায়ণ মহা-ভাৰতৰ যুগৰ জীৱনাদৰ্শৰ ভিতৰত বিশেষ কোনো পাৰ্থক্য দেখা নাযায়। এই অবিচ্ছিন্ন ঐক্যৰ মূলত কি? আমি নিঃসন্দেহে কব পাৰোঁ যে শাশ্বত বৈদিক হিন্দুধৰ্মই ভাৰতৰ এই অনন্য ঐক্য সাধন কৰি আহিছে।

কিন্তু আশ্চৰ্য্যৰ বিষয় যে এই সনাতন হিন্দুধৰ্ম কোনোদিন জনজাতি-সকলৰ মাজত গভীৰভাৱে প্ৰবেশ কৰা নাই। গতিকে জনজাতিসকলৰ লগত অসমীয়াৰ একতাৰ ঘাই ৰচীডাল আগৰপৰাই নিশকতীয়া।

তাতোকৈ আচৰিত কথা হ'ল—যীশুখৃষ্টক পাহাৰীয়া জনজাতিসকলে যিমান জানে শ্ৰীকৃষ্ণক সিমান নাজানে। সাত সাগৰ, তেৰ নদী পাৰ হৈ



যীশুৱে বহুতো জনজাতিৰ মাজত প্ৰৱেশ কৰিলে। কিয়, কৃষ্ণগোসাঁইক কপট নিদ্ৰাৰপৰা জগাব পৰা নহ'ল নেকি?

ধৰ্ম নিৰপেক্ষ দেশ ভাৰতবৰ্ষত ধৰ্মৰ সৰু বৰ বিচাৰ কৰি আমি জাতিৰ সংবিধানক অমান্য কৰিব নোখোজোঁ। যীশুৰ ভক্তি-বাণী, বুদ্ধ-দেৱৰ দয়াৰ বাণী, শ্ৰীকৃষ্ণৰ কৰ্মৰ বাণী—সকলো এক সত্যৰ প্ৰকাশ: একো সদ্বিপ্ৰাঃ বহুধা ৱদন্তি। কিন্তু সকলো কোৱাৰ পিচতো আমি এইটো মানি লবলৈ বাধ্য হওঁ যে খ্ৰীষ্টধৰ্মই জনজাতিসকলক ভাৰতীয় আদৰ্শৰপৰা আঁতৰাই নিছে। স্বাভাৱিকতেই তেওঁলোকে অসমীয়া তথা ভাৰতীয় সত্তাৰ মাজত নিজক বিচাৰি নাপায়। জনজাতীয়সকলৰ প্ৰতি অসমীয়া মানুহৰ অৱহেলাৰ ই এক চৰম পৰিণতি। অতি পৰিতাপৰ বিষয় যে শঙ্কৰ গুৰুৱে দেখুৱাই যোৱা আদৰ্শৰ মোল অসমীয়া জাতিয়ে নুবুজিলে।

আজি দুৰ্য্যোগৰ দিনত আমাৰ চৈতন্য অহা উচিত। ধৰ্মৰ গুৰি ধৰোঁতাসকলক জগাই দিলে আমি এতিয়াও পাহাৰ-ভৈয়াম সম্প্ৰীতিৰ কথা চিন্তা কৰিব পাৰোঁহক। কিছুপৰিমানে সাংস্কৃতিক আৰু বহু-পৰিমাণে ধৰ্মৰ মিল থকা কাৰণেই ভৈয়ামৰ জনজাতিৰ লগত অসমীয়াৰ সামান্য পৰিমাণে হ'লেও ঐক্য সাধিত হৈছে। মিছিং-দেউৰী-কছাৰী-সকলৰ গাঁৱে গাঁৱে জৰাজীৰ্ণ অৱস্থাত হ'লেও একোটাকৈ নামঘৰ পোৱা যায়। কীৰ্তন-দশম-নামঘোষাৰ পদাৱলী তেওঁলোকৰো প্ৰিয়। গতিকে, তেওঁলোকৰ আধ্যাত্মিক অনুভূতিৰ লগত অসমীয়াৰ আধ্যাত্মিক অনুভূতিৰ সাধাৰণতে অমিল দেখা নাযায়। কম পৰিমাণে হ'লেও এই সাদৃশ্যই অসমীয়াৰ লগত ভৈয়ামৰ জনজাতিসকলৰ ঐক্যসাধনত বৰঙনি যোগাইছে। পাহাৰীয়া জনজাতিসকলৰ ক্ষেত্ৰতো এই সুযোগ গ্ৰহণ কৰা হোৱা নাই কিয়?

জনজাতীয় সমাজৰ লগত অসমীয়া সমাজৰ বিবাহ-প্ৰথা অবাধে প্ৰচলন হ'লে, শতকৰা পঞ্চাশভাগ ঐক্য অতি সহজে সাধিত হব বুলি বিশ্বাস কৰিব পৰা যায়। কিন্তু আমি সকলোৱেই জানো যে অসমীয়া সমাজ বা জনজাতীয় সমাজ কোনোপক্ষই এনে এক উদ্ধত প্ৰথা মানি নলয়। উভয়পক্ষৰে "জাত যাব"। সমাজ কথাটোৰ অৰ্থ নতুনভাৱে বুজিলেহে এই চিন্তাক স্থিৰ মগজুৰ চিন্তা বুলি বুজিব পৰা হয়। কিন্তু "এক অসম" আন্দোলন যদি গঢ়ি তোলা হয়, এই উদ্ধত চিন্তাটোৱে তেনে এক আন্দোলন কৃতকাৰ্য্য হোৱাত বৰঙনি নোযোগাবনে? উভয়পক্ষৰ ত্যাগ-স্বীকাৰেৰে এই চিন্তা কামত খটাব পৰা নহ'ব বুলিও আমি ডাঠি কব নোৱাৰোঁ।

যোৱা চীনৰ আক্ৰমণৰ পিচত আমি মহম্মদ ঘোৰীৰ ভাৰত আক্ৰমণৰ কথা মনত পেলাবলৈ সকাহ পাইছোঁ। আমি বুজি উঠিছোঁ যে বাহিৰৰ আক্ৰমণৰ প্ৰতি সতৰ্ক হোৱাতকৈ ভিতৰৰ একতাৰ প্ৰতি সজাগ থকাটোহে বেচি প্ৰয়োজন। গতিকে ৰাজনৈতিক নেতাসকলৰ সুৰত সুৰ মিলাই আমিও আজি জাতীয় ঐক্যৰ কাৰণে চিঞৰিছোঁ।

এই একতা আমি বিচাৰিব লাগিব কায়মনোবাক্যে, কেৱল মুখেৰে আৰু কলমেৰে নহয়। তথাকথিত তলত থকা মানুহবিলাকৰ প্ৰতি উগ্ৰ আপোনভাৱ জাগিব লাগিব। কঁহুৱাৰ ফুলেৰে জিলিকি থকা লুইতৰ পাৰ আমাৰ যেনে চিৰচিনাকি, আবৰ পাহাৰৰ কোনো এক অন্ধকাৰ অজান টিলাও তেনে আপোন বুলি অনুভৱ কৰিব লাগিব। জেৰেঙাত জয়মতীৰ গভীৰ নীৰৱ বেদনাই আমাক যিদৰে কাতৰ কৰে, পাহাৰীকন্যা ডালিমীৰ মৰমতো আমি সেই একেদৰে গলিব পৰা হব লাগিব। (ইয়াত কিন্তু দ্বিতাপৰ জয়মতী, ডালিমীৰ কথা কোৱা হোৱা নাই)।

আশাকৰোঁ, অসমৰ ভৱিষ্যৎ উজ্জ্বল কৰাত শিক্ষাৰ পোহৰে আমাক বাট দেখুৱাব।

# প্ৰাত্নিক অনুৰাগ

ড॰ প্ৰফুল্লদত্ত গোস্বামী

তেজপুৰৰ পুৰণি শিলনি আৰু অতীত ভগ্নাৱশেষ চাই স্বৰ্গীয় কমলাকান্ত ভট্টাচাৰ্য্যই আক্ষেপ কৰি ৰচা কবিতা 'পাহৰণি' সন্তৰ সকলোৰে মনত আছে—"কোৱা পাহৰণি, তোমাৰ পেটত কতনো ৰাখিছা বুৰঞ্জী সুমাই।" ১৮৩৬ খৃষ্টাব্দত আৰু এজন তেজপুৰীয়া কবিৰ হৃদয় সেই শিলনিয়ে স্পন্দিত কৰিছিল। উন্নতিশীল জাতিয়ে পুৰণি গৌৰৱৰ নিদৰ্শনবিলাকৰপৰা বৰ্তমানত থিয় দিবলৈ আৰু ভৱিষ্যতলৈ আগবাঢ়িবলৈ প্ৰেৰণা পায়। অসম দেশত সিঁচৰিত হৈ থকা পুৰণি কীৰ্তিৰ ভগ্নাৱশেষ আৰু চাঙে চাঙে সোমাই থকা সাঁচিপতীয়া পুথিবিলাক এই ধৰণৰ প্ৰেৰণা।

গুৱাহাটীৰ পুৰাতত্ত্ব বিভাগত সংৰক্ষিত 'ধৰ্মপুৰাণ' নামে পুথি এখনত ৰচনাকাৰক ধৰ্মদেৱ শৰ্মাই তেজপুৰৰ বিষয়ে যি এটি ছবি দিছে তাত তেওঁৰ পুৰাতত্ত্বমূলক দৃষ্টি এটিৰ পৰিচয় অলপ ওলাইছে। ৰচনাত লিখকৰ তেজপুৰ-প্ৰীতিৰ নিদৰ্শনো পোৱা যায়। সেই কাৰণে আমাক লগা খিনিতকৈয়ো বেচিকৈ কেইশাৰীমান তুলি দিয়া যাওক—

খ্যাত তেজপুৰী দেখন্তে লাগয় ভীত ॥
শিখাখণ্ড চণ্ড ভঙ্গ কৰি
গড়সব আছে পৰি
দেৱতাৰ মূৰ্তি তাহাত ভাসন্ত আতি ॥
হাসে মাতে হেন সুস্থ পুষ্ট
পুষ্পলতাদিৰে শোভে যুষ্ট
স্তম্ভাদি বিবিধ শিলতে আছন্ত জাতি ॥
ত্ৰিভঙ্গ ভঙ্গিমা ধৰি ধৰি
কতো নাচে যেন গান কৰি
ত্ৰিদশ দেৱৰ প্ৰতিমাসব আছন্ত ॥

সিংহ ব্যাঘ্ৰ পশু হস্তী পাল
ঘোটক মহীষ শোভে ভাল
পূৰ্বে বিশ্বকৰ্মে সবাক নিৰ্মি আছন্ত ॥
বৃহৎ লম্বোদৰ অতিকায়
গণেশৰ মূৰ্তি দীপ্তিময়
পোৰা পৰ্বতৰ সমীপবৰ্তিন হই ॥
তাতে সমীপস্থ নদীবৰা
ভৈৰবী নাম্না যা শীঘ্ৰতৰা
তদুত্তৰে বৃহৎ ভৈৰব সদা থাকয় ॥
ধীৰে ধীৰে গহন বনে আবৃত হৈল
হস্তী ব্যাঘ্ৰাদিৰ বাসা ভৈল
বাণৰাজ পুত্ৰী উষাৰ আছিল পুৰী ॥
ইংলণ্ডীয় নৃপে লাগ পাই
গাছ্ব বন কটাই সমুদায়
অতি চমৎকাৰ কৰিল তথা নগৰী ॥

ইয়াত আধুনিক তেজপুৰৰ গুৰিৰ কথাও অলপ জানিব পাৰি। গণেশঘাটৰ গণেশৰ মূৰ্তি, মহাভৈৰৱৰ থান, অগ্নিগড় আদি তেজপুৰৰ বিবিধ আকৰ্ষণৰ উল্লেখ কৰা হৈছে। মহাভৈৰৱত এতিয়া অৰণ্যে বাঘ-ভালুক আঁতৰিল। পুথিখন লিখা হৈছিল ১৭৫৮ শক বা ১৮৩৬ খৃষ্টাব্দত। লিখাৰ ভাষা আৰু ব্যাকৰণৰ জ্ঞান শলাগিব নোৱাৰি; ওপৰত দিয়া পদ কেইফাঁকি অলপ শুধৰাই দিয়া হৈছে। তাত সংস্কৃত আৰু অসমীয়া ব্যাকৰণৰ তেল-পনীয়া মিহলি লক্ষ্য কৰিব পাৰি। ধৰ্মদেৱ শৰ্মা আছিল সম্ভৱতঃ কেৰাণী বা মহৰী। তেওঁ একাধিকবাৰ তেওঁৰ হিতকাৰী চন্দ্ৰসেন দাসৰ নাম উল্লেখ কৰিছে।

ধৰ্মদেৱ শৰ্মাই ওপৰত লিখা দৰে সোতৰ বছৰ পাচত মণিৰাম বৰ-ভণ্ডাৰ বৰুৱা বা মণিৰাম দেৱানেও বৃটিচ গভৰ্ণমেণ্টলৈ দিয়া আৰ্জিত ৰংপুৰ নগৰৰ পুৰণি স্মৃতিচিহ্নবিলাক অৰণ্যৰ গৰাহত জাহ যাব খোজা দেখি আক্ষেপ কৰিছিল (মিলছ্‌ চাহাবৰ ৰিপোৰ্ট)।

ধৰ্মদেৱ শৰ্মা নাইবা মণিৰাম দেৱানৰ উক্তিয়ে অৱশ্যে আজি-কালিৰ প্ৰত্নতাত্বিকৰ দৰে খননকাৰ্য্য বা এক্সকেভেচনৰ নিৰ্দেশ দিয়া নাছিল। প্ৰকৃততে খননকাৰ্য্যৰ দ্বাৰা কোনো দেশ বা জাতিৰ সাংস্কৃতিক ঐতিহ্যৰ সূত্ৰ আৱিষ্কাৰ কৰা বিদ্যা গঢ়ি উঠিবৰ সৰহ দিন হোৱা নাই। যেতিয়া জাৰ্মান-যাজকৰ সন্তান শ্লিমেনে গুপ্তধন পাবৰ হেঁপাহত এচিয়ামাইনৰৰ



ট্ৰয় নামৰ গাঁৱত খননকাৰ্য্য আৰম্ভ কৰে তেতিয়া মানুহে তেওঁক বলিয়া বুলি উৰাই দিছিল। কিন্তু খান্দোতে খান্দোতে যেতিয়া হাজাৰ হাজাৰ বছৰৰ আগৰ ঘৰ-বাৰী, ধন-সোণ আদি ওলাবলৈ ধৰিলে তেতিয়া সুধী সমাজত চাঞ্চল্য দেখা গ'ল। তেতিয়াই আৰ্কিওলজি-বিজ্ঞানৰ জন্ম হ'ল বুলিব পাৰি।

অসমতো আকস্মিকভাৱে মাজে মাজে পুৰণি বাসস্থান নাইবা মঠ-মন্দিৰৰ ভগ্নাৱশেষ ওলায়। আনকি পৰ্বতীয়া নেফা অঞ্চলতো হিন্দু সংস্কৃতিৰ চিন আকস্মিকভাৱে ওলাইছে। গুৱাহাটীৰ আশে পাশে মাটি খান্দিলে পুৰণি এণ্ডাৰ, ইটা, মাটিৰ বাচন আদি বহুতো বস্তু তিনি চাৰিহাত তলত পোত খাই থকা দেখিবলৈ পোৱা যায়। এই ধৰণৰ বস্তুৱে আন দেশত বুৰঞ্জীৰ আহিলাস্বৰূপে আদৰ পাইছে। আমাৰ দেশত মানুহৰ প্ৰাত্নিক অনুৰাগ কম কাৰণে এইবোৰৰ তাৎপৰ্য্য বুজিবলৈ বিশেষ যত্ন কৰা দেখিবলৈ পোৱা নাযায়।

# কেনেডী হত্যা ঃ এটি বিশ্লেষণ

মনোৰঞ্জন বেজবৰুৱা

১৯৬৩ চনৰ ২২ নৱেম্বৰৰ দিনা পুৱা আমাৰ দেশে এজন মহান আমেৰিকানৰ বিয়োগত শোকাকুল জগতৰ লগত যোগ দিলে। এই হত্যাকাণ্ড সঁচাকৈয়ে সমগ্ৰ জগতৰ বাবেই অতি বেজাৰৰ; কিন্তু আমি ইয়াক অন্যান্য ট্ৰেজিডীৰ দৰেই শোকেৰে অনুভৱ কৰিব আৰু আদৰি লব লাগিব। ই যিদৰে নিগ্ৰো স্বত্বৰ জটিল সমস্যাটোক আমেৰিকাৰ ৰাজনীতিৰ প্ৰথম শাৰীলৈ তুলি আনিলে, সেইদৰেই আমেৰিকাৰ সমাজ আৰু মানুহৰ ওপৰত এটা হতাশাৰ চেকা ৰাখি থৈ গ'ল। দকৈ শিপোৱা সামাজিক বৈষম্য, অৰ্থনৈতিক স্বাৰ্থবৃত্তি, উচ্ছৃঙখল সন্ত্ৰাসবাদী প্ৰতিক্ৰিয়াশীল মনোভাব বা অগণতান্ত্ৰিক চেষ্টা আদি কিছুমান প্ৰতিষ্ঠিত কাৰণ, যি সমূহৰ যুটীয়া প্ৰচেষ্টাই আমেৰিকানসকলৰ মাজৰপৰা, আমেৰিকাৰ ৰাজনৈতিক জীৱনৰপৰা এজন সবল আৰু কৰ্তব্যপৰায়ণ ব্যক্তিক আঁতৰ কৰি দিলে; যি জনে জটিল আৰু গোড়া ঐতিহাসিক বিবৰ্তমানত এটি প্ৰতিক্ৰিয়া সৃষ্টি কৰিবৰ কাৰণে মাথোন এটি নৱম পন্থা হাতত লৈছিল।

কেনেডীৰ পাশৱিক হত্যাকাণ্ডৰ বিশ্লেষণ এটি কৌতূহল উদ্দীপক গল্প। এই হত্যাকাণ্ড সম্পূৰ্ণ ৰাজনৈতিক আৰু ইয়াৰ লগত বিদেশী শক্তি জড়িত থকাৰ কোনো যুক্তি থাকিব নোৱাৰে। কোনো উৎসাহী আৰু আগ্ৰহান্বিত লোকে কমিউনিষ্ট দেশবিলাকক ইয়াত জড়িত কৰিব খোজাটো দুখৰ কথা। ছোভিয়েট ইউনিয়নৰ সহানুভূতি আৰু বিশেষকৈ এই কাৰণেই তেওঁলোকে ৰাষ্ট্ৰীয় শোকৰ দিবস পালন কৰাটোৱেই এই গোচৰৰ ভিত্তিহীনতা প্ৰমাণ কৰে। এতিয়া যথেষ্ট প্ৰমাণ পোৱা গৈছে যে এই হত্যাকাণ্ড সম্পূৰ্ণৰূপে আভ্যন্তৰীণ কথা। ইয়াৰ প্ৰধান কেন্দ্ৰ নিগ্ৰোৰ সাধাৰণ স্বত্ব। আমেৰিকাৰ দক্ষিণাঞ্চল সদায়ে সোঁপন্থী



প্ৰতিক্ৰিয়াশীল দলৰ কেন্দ্ৰ, সদায়েই এই অঞ্চলে সমাজ মুক্ত কৰাৰ আৰু সামাজিক আৰু অৰ্থনৈতিক সংস্কাৰ সাধিব খোজা যিকোনো প্ৰচেষ্টাৰে বিৰোধিতা কৰি আহিছে। এই দক্ষিণাঞ্চলেই নিগ্ৰো-দাসত্ব প্ৰথাৰ বিলোপনৰ পথত হেঙাৰস্বৰূপে থিয় দি গৃহযুদ্ধৰ সৃষ্টি কৰিছিল। দক্ষিণা-ঞ্চলে এই চেষ্টাত জয়ী হব নোৱাৰিলেও উত্তৰাঞ্চলে ইয়াত যথেষ্ট ক্ষতি স্বীকাৰ কৰিব লগীয়া হৈছিল লিনকনৰ শ্বহীদত্বকে কেন্দ্ৰ কৰি। আকৌ এই দক্ষিণাঞ্চলেই নিগ্ৰোৰ সামাজিক অক্ষমতা আঁতৰাবৰ কাৰণে কেনেডীয়ে চলোৱা ন্যায় আৰু শান্তিপূৰ্ণ প্ৰচেষ্টাৰ তীব্ৰ বিৰোধিতা কৰিছে। কিন্তু দক্ষিণাঞ্চলৰ "বগা ভাবটো" এনে প্ৰবল যে তেওঁলোকে কেনেডীৰ প্ৰচেষ্টাক জীৱন-মৰণ সমস্যাৰূপে গ্ৰহণ কৰিলে; কেনেডীক শেষ কৰিবলৈ চেষ্টা কৰিলে—যেন এজন ব্যক্তিক হত্যা কৰি বুৰঞ্জীৰ সোঁত অচল কৰি ৰাখিব বহু যুগলৈ। এই সামাজিক আৰু বৰ্ণ-বৈষম্যৰ অন্তৰালত আছিল গভীৰ অৰ্থনৈতিক কাৰণ। দক্ষিণাঞ্চল সদায়ে অৰ্থনৈতিক ক্ষেত্ৰত সবল। দক্ষিণাঞ্চলৰ কেইখনমান ৰাষ্ট্ৰ—বিশেষকৈ জাৰ্জিয়া বস্ত্ৰ-শিল্পৰ ক্ষেত্ৰত আগৰঢ়া। এই সবল অৰ্থনৈতিক সম্পদ আৰু দ্ৰুত উন্নতিকামী অৰ্থ-নৈতিক ব্যৱস্থাৰ বাবে দক্ষিণাঞ্চলে দেশৰ ৰাজনীতিতো সবল অংশ বিচাৰে। কিন্তু সমানাধিকাৰৰ প্ৰশ্নত তেওঁলোকে সামাজিক সুবিধা হেৰুৱাটোকে যে দেখিলে এনে নহয়—অৰ্থনৈতিক প্ৰভুত্ব হেৰুৱাৰো সম্ভাৱনা দেখিলে। দক্ষিণাঞ্চলৰ নিগ্ৰোসকলে অফিচত আৰু বগাসকলৰ ঘৰত সস্তীয়া শাৰীৰিক শ্ৰম যোগায়। এইটো ভৱিষ্যতৰ ধাৰণা যে নিগ্ৰোসকলৰ মুক্তি যুজে তেওঁলোকক অৰ্থনৈতিক উচ্চাকাঙক্ষাৰ ভূস্বৰ্গৰপৰা বঞ্চিত কৰিব আৰু ইয়েই তেওঁলোকৰ হাড়লৈকে পঙ্গু কৰি পেলাব। ক'লা সকলৰ বিৰুদ্ধে দাঙি ধৰা বাইবেল আৰু অন্যান্য খৃষ্টান পুথিৰ উদ্ধৃতিসমূহ, প্ৰকৃত অৰ্থনৈতিক সমস্যা তল পেলাবলৈ কৰা অসম্পূৰ্ণ প্ৰচেষ্টাহে মাথোন। সেয়েহে কেনেডীৰ নিগ্ৰোসকলৰ প্ৰতি থকা সহানুভূতিৰ বিৰুদ্ধে দাবানল জ্বলি উঠিছিল আৰু এই সমস্যা সম্পৰ্কীয় ফেডাৰেল ল আৰু চুপ্ৰীম কোৰ্টৰ ৰায়ো মুক্তভাৱে ইমান পৰ্য্যন্ত লঙঘন কৰা হৈছিল যে মিচিচিপিৰ ঘটনাটোত ফেডাৰেল সৈন্যবাহিনী পঠিয়াব লগা হৈছিল। কেনেডী আৰু লিন্‌কনৰ দক্ষিণাঞ্চলৰ প্ৰতি থকা নীতিৰ মাজত সংযোগ আৰু একতা এই কথাই প্ৰদৰ্শন কৰিছে। তেওঁলোকৰ স্বাৰ্থই নিগ্ৰোসকলৰ সাৰ্বভৌমত্বৰ কাৰণে যুদ্ধ কৰিবলৈ বাধ্য কৰিলে।

এতিয়াও এই কথা ভাবিবৰ যথেষ্ট স্থল আছে যে অছৱাল্ডে কেনেডীক হত্যা কৰা নাই। অছৱাল্ডক হত্যা কৰা হ'ল যাতে কেনেডী-হত্যা-

কাৰী দলৰ শুংসূত্ৰ ওলাই নপৰে, যি আঁচনিৰ উদ্দেশ্য হ'ল সকলো নিগ্ৰো প্ৰেমিককেই হত্যা কৰা। কেনেডীৰ এগৰাকী বন্ধু গেৰেস্কীয়ে পোৱা টেলিফোন কল, কেনেডী-প্ৰেমী এজনৰ প্ৰতি এজন দক্ষিণাঞ্চলৰ নিগ্ৰো বিদ্বেষীৰ মন্তব্যই আৰু সকলো নিগ্ৰো-প্ৰেমিকক হত্যা কৰাৰ ভাবুকীয়ে এটি ভয়ঙ্কৰ ভৱিষ্যতৰ আগ জাননী দিছিল। আমেৰিকাৰ গুপ্তচৰ বিভাগে এই গুৰু আহ্বানৰ সন্মুখীন কিদৰে হৈছিল—ই সঁচাকৈয়ে অতি ৰহস্যজনক।

কিন্তু কেনেডীয়ে এই মহান ত্যাগৰ দ্বাৰা জনসাধাৰণৰ মনত নিভাঁজ শ্ৰদ্ধা জগাই তুলিলে। মস্কো ৰেডিঅ'ই তেওঁলোকৰ সকলো প্ৰোগ্ৰেম বন্ধ কৰি এই শোকৰ বাতৰি পৰিবেশন কৰিলে আৰু তাৰ পাচত শোকৰ সঙ্গীতেৰে তেওঁলোকৰ অন্তৰৰ দুখ প্ৰকাশ কৰিলে। ক্ৰুশ্চেভৰ আন্তৰিক শ্ৰদ্ধা নিবেদন, ছোভিয়েট চৰকাৰৰ দ্বাৰা অচ্‌ৱাল্ড সম্পৰ্কীয় সকলো তথ্য-পাতি মাৰ্কিন চৰকাৰক যোগোৱা ইত্যাদি কথাই প্ৰমাণ কৰে যে ৰুজ্‌ভেল্টৰ পিচত কেনেডীয়েই মাথোন ছোভিয়েট আৰু মিত্ৰ শক্তিবৰ্গৰ মনত তেওঁৰ ব্যক্তিত্ব আৰু অবিচলিত কাৰ্য্যপন্থাৰ দ্বাৰা দ ছাপ বহুৱাব পাৰিছিল। কেনেডীৰ পক্ষে এই কাম সম্ভৱপৰ হৈছিল এই কাৰণে যে তেওঁ যুগৰ সোঁত আৰু বুৰঞ্জীৰ উত্তেজিকা শক্তি সুন্দৰকৈ বুজিব পাৰিছিল আৰু তেওঁ তেওঁৰ পাৰিপাৰ্শ্বিকতাত থকা সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক সীমাবদ্ধতা সত্বেও নিজকে ক্ৰমবৰ্দ্ধমান যুগৰ লগত মিলাই লব পাৰিছিল। সোঁপন্থী আৰু গোঁড়া ( Fanatics ) সকলৰ সংঘবদ্ধ বিৰোধিতা সত্বেও তেওঁ তপ্ত-ৰেখা (Hotline) নিশ্চিত কৰি তুলিলে, আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু ছোভিয়েট ইউনিয়নৰ মাজত বিভিন্নতা নথকাৰ ক্ষেত্ৰত সহযোগিতাৰ যুগ এটি প্ৰবৰ্তন কৰিলে—পৃথিৱীৰ সুখ-সমৃদ্ধিৰ বাবে। আণৱিক শক্তি পৰীক্ষা বন্ধ চুক্তি কেনেডীৰ শান্তিপ্ৰিয়তাৰ চূড়ান্ত উদাহৰণ, যিটোৱে কিউবান সঙ্কটৰ উপস্থিতিতো শীতল-যুদ্ধৰ বৰফ গলাই তুলিলে। তেৱেঁই এই চুটি কাৰ্য্য-কালৰ ভিতৰতে পূব-পশ্চিমৰ মাজত বুজা-পৰাৰ ভেঁটি প্ৰতিষ্ঠা কৰিলে। ইয়েই কেনেডীক অমৰ কৰি তুলিব।

কেনেডীৰ আদৰ্শবাদৰ অন্য এটি দিশেও এই দেশৰ জনসাধাৰণক তেওঁৰ প্ৰতি কৃতজ্ঞ কৰি তুলিছে। অনুন্নত দেশসমূহলৈ দিয়া অধিক অৰ্থ-নৈতিক সাহায্যই যে সেই দেশসমূহত গণতান্ত্ৰিক আন্দোলন জীয়াই ৰখাত সহায় কৰিব—এয়ে আছিল কেনেডীৰ দৃঢ় বিশ্বাস। আনকি কেনেডীয়ে সুসংগঠিত আৰু ঐক্যবদ্ধ শিল্পবিষয়ক স্বাৰ্থৰ বিৰুদ্ধে চিনেটৰ বৈদেশিক সাহায্যৰ কৰ্তন আংশিকভাৱে পুনৰুদ্ধাৰ কৰিবলৈ সক্ষম হৈছিল।



ইয়াৰ কাৰণে যুক্তি দৰ্শায়েই যে তেওঁ ক্ষান্ত আছিল এনে নহয়,—ইয়াক তেওঁ বাস্তৱ ৰূপো দিছিল। কিন্তু নেহৰুৱে ঠিকেই আঙুলিয়াইছিল যে অকল ইয়াৰ কাৰণেই আমি ভাৰতবাসী তেওঁৰ মৃত্যুত শোকান্বিত নহয়। ভাৰতবাসীয়ে অধিক শোক পাইছে এজন অন্তৰঙ্গ বন্ধুৰ মৃত্যুত, এজন সুদক্ষ আন্তৰ্জাতিক ৰাজনীতিবিদৰ বিয়োগত—যিজনে অন্তৰেৰে সৈতে বিচাৰিছিল বিশ্বশান্তি, যিজনাই জীৱন পাত কৰিলে পদদলিত আৰু অৱ-হেলিত শ্ৰেণীক সকলোৰে সৈতে সমাজত সমান স্থান দিবলৈ। ইংলণ্ডৰ 'গাৰ্জেন' ( Guardian ) নামৰ কাকতখনে সুন্দৰভাৱে আঙুলিয়াই দেখু-ইছে যে তিনিজন আমেৰিকানে ইংলণ্ডৰ জীৱনত দকৈ সাঁচ বহুৱাব পাৰিছিল। তেওঁলোক আব্ৰাহাম লিন্‌কন, এফ্ ডি আৰ ৰুজ্‌ভেল্ট আৰু কেনেডী।

মাৰ্কিন ইতিহাসত কেনেডীৰ গুৰুত্ব এয়েই যে কোনো এটা বিষয়ত সম্পূৰ্ণ বিদিত হৈ তেওঁ সেইটো সাহসেৰে সমাধান কৰিছিল। সামাজিক অধিকাৰৰ বিল কোনোপধ্যে অসামান্য বিল নাছিল। লগতে ই নিগ্ৰো-সকলৰ ন্যায্য দাবীও পূৰণ কৰিব নোৱাৰিছিল। প্ৰকৃততে ই আছিল এটি মৃদু আন্দোলনহে। এই আন্দোলনৰো বিৰোধিতা কৰিলে সামন্ত-বাদী দক্ষিণাঞ্চলৰ বগা অধিবাসীসকলে। কিন্তু কেনেডী দৃঢ় প্ৰতিজ্ঞ আছিল এই আন্দোলনৰ কাৰ্য্যকৰী ৰূপ চাবলৈ, যাতে মাতৃভূমিৰ মুখৰপৰা এই চিৰকলীয়া দাগ আংশিকভাৱে মচ খায়, যিটো ঘটনাচক্ৰে 'মুক্তি' আৰু 'মুক্ত পৃথিৱী'ৰ প্ৰধান কাৰণ হৈ পৰিছিল, আৰু উত্তপ্ত দালাচ্ সমষ্টিক শান্ত কৰাৰ প্ৰচেষ্টাত আৰু বিপক্ষ দলক নৈতিকতাৰে হোহঁকাই নিয়াৰ পথত ৰাষ্ট্ৰপতি গৰাকীয়ে এটি সুদৃঢ় ভেঁটি স্থাপন কৰি থৈ গ'ল।

# অসমৰ অৰ্থনৈতিক উন্নয়ন

ড' প্ৰভাসচন্দ্ৰ গোস্বামী
এম. এ., বি. এল্., পি. এইচ্. ডি. (লণ্ডন)
সঞ্চালক, উ: পূ: ভাৰতৰ কৃষি-অৰ্থনীতি গৱেষণা কেন্দ্ৰ, যোৰহাট।

## উন্নয়ন কি ?

অসমৰ অৰ্থনৈতিক উন্নয়ন সম্বন্ধে আলোচনা কৰাৰ পূৰ্বে অৰ্থনৈতিক উন্নয়ন মানে কি বুজোঁ আৰু এনে উন্নয়ন কৰিবলৈ কি কি সা-সঁজুলিৰ আৱশ্যক তাৰ আলোচনা কৰা উচিত হ'ব। অৰ্থনৈতিক উন্নয়ন বুলিলে দেশ এখনত জন-সমাজ আৰু প্ৰাকৃতিক সম্পদসমূহক অধিক সুসঙ্গত আৰু পূৰ্ণভাৱে নিয়োজিত কৰি দেশবাসীৰ জীৱন নিৰ্বাহৰ মান উন্নত কৰাকে বুজায়। দেশবাসী অভাৱত নপৰিলে, খোৱা-পিন্ধাৰ যোগাৰ কৰিব পাৰিলে, যাতায়াত-স্বাস্থ্য-শিক্ষা আদিৰ সুবিধা গ্ৰহণ কৰিব পাৰিলেই দেশত অৰ্থনৈতিক উন্নয়ন হোৱা বুলি ক'ব লাগিব। দেশৰ সম্পদৰাজিৰ নিয়োজন বৃদ্ধি কৰিবলৈ হ'লে আমি (১) আমাৰ উৎপাদন ব্যৱস্থাত বিনিয়োগৰ পৰিমাণ বৃদ্ধি কৰিব লাগিব; (২) উৎপাদন প্ৰক্ৰিয়া আৰু তাৰ কলা-কৌশলৰ উন্নতি কৰিব লাগিব; (৩) জনসাধাৰণৰ কাৰ্য্যক্ষমতা বৃদ্ধিৰ বাবে শিক্ষা আৰু প্ৰশিক্ষণ ব্যৱস্থাৰ প্ৰসাৰ কৰিব লাগিব।

## উন্নয়নকামী দেশৰ অসুবিধা

অৰ্থনৈতিক উন্নতি হোৱা দেশবিলাকৰ তুলনাত ভাৰতৰ দৰে উন্নয়নকামী অনগ্ৰসৰ দেশসমূহত কিছুমান বেলেগ ধৰণৰ বৈশিষ্ট্য বিদ্যমান বাবে এনে দেশবোৰত অৰ্থনৈতিক উন্নয়ন প্ৰচেষ্টা সফল কৰা বৰ কঠিন।



আমাৰ প্ৰধান উৎপন্ন দ্ৰব্য হ'ল—কেঁচামাল আৰু অন্যান্য প্ৰাথমিক দ্ৰব্য, যেনে কৃষিজাত শস্য, খনিজ দ্ৰব্য, বন সম্পদ, মৎস্য ইত্যাদি। সেইদেখি আমাৰ ৰপ্তানী বাণিজ্যৰ এটা বুজন অংশ এনে প্ৰাথমিক দ্ৰব্যসমূহৰ পৰাই হয়। কিন্তু অগ্ৰসৰ দেশবোৰৰ মুঠ উৎপাদন মূল্যৰ প্ৰধান অংশই আহে কলকাৰখানাত তৈয়াৰী বস্তুৰ পৰাহে। তেওঁলোকৰ ৰপ্তানী বাণিজ্যৰো প্ৰধান অংশ এনে দ্ৰব্যসমূহে যোগায়।

উন্নয়নকামী দেশবোৰৰ আন এটি বিশেষত্ব হ'ল এইবোৰ দেশে এতিয়া জনবৃদ্ধিৰ চাপ বিশেষভাৱেই অনুভৱ কৰিব পাৰিছে। চৰকাৰী প্ৰচেষ্টাত যোৱা ২০।৩০ বছৰৰ ভিতৰত জনস্বাস্থ্য ব্যৱস্থা বহুদূৰ উন্নত হ'ল। ফলত মৃত্যুৰ হাৰ যথেষ্ট ৰূপে কমি আহিছে। কিন্তু মৃত্যুৰ হাৰ কমিলেও জন্মৰ হাৰ আগৰ দৰেই থকা বাবে জনবৃদ্ধি বহুগুণে বৃদ্ধি পাইছে। অনগ্ৰসৰ দেশবোৰত ২০।২৫ বছৰ আগতে হাজাৰত জন্মৰ হাৰ ৪০ৰ পৰা ৫০ৰ ভিতৰত আছিল। এতিয়া কিন্তু ১০ ৰ পৰা ২০ৰ ভিতৰত হৈছেহি। ফলত জনস্থিতি আগৰ তুলনাত বহুত বাঢ়িল। ৫০।৬০ বছৰ আগতে জন্ম-মৃত্যুৰ হাৰ প্ৰায় সমানে থকা বাবে জনবৃদ্ধিৰ কোনো চাপ অনুভৱ কৰা নহৈছিল। ২০।২৫ বছৰ আগতেও জনস্থিতি হাজাৰত ১০।১২ জনৰ বেচি নাছিল। এতিয়া হাজাৰত জনস্থিতি ২০।২৫ হ'লহি। এনে ক্ৰমবৰ্ধমান জনচাপ কোনো দেশেই সহ্য কৰিব নোৱাৰে—জনমূৰি সা-সুযোগৰ হ্ৰাস নকৰাকৈ। অগ্ৰসৰ দেশবোৰত মৃত্যুৰ হাৰ যেনেকৈ কম, জন্ম নিয়ন্ত্ৰণ আদি ব্যৱস্থাৰ ফলত জন্মৰ হাৰো তেনেকৈ কম। এইবোৰ দেশত জন্ম আৰু মৃত্যুৰ হাৰ হাজাৰত ১০।১৫ৰ ভিতৰত। ইয়াৰ ফলত উন্নত দেশবোৰত জনবৃদ্ধিৰ কোনো চাপ নাই। উন্নয়নকামী অনগ্ৰসৰ দেশত জনবৃদ্ধিৰ চাপেই যে বেচি এনে নহয়, এইবোৰ দেশত জনসাধাৰণক আৱশ্যকীয় শিক্ষা-দীক্ষা দিব নোৱাৰে বাবে জনসাধাৰণ উৎপাদন প্ৰক্ৰিয়াত উপযুক্ত সহায়কো হ'ব পৰা নাই।

পিচপৰা দেশবোৰৰ প্ৰধান অসুবিধাই হ'ল—মূলধনৰ অভাৱ। জনসাধাৰণৰ উপাৰ্জন কম কাৰণে তেওঁলোকৰ সঞ্চয়ো কম আৰু সেইদেখিয়েই তেওঁলোকৰ বিনিয়োগ কৰিব পৰা ধনৰো অভাৱ। মূলধন অধিক পৰিমাণে নিয়োজিত কৰিব নোৱাৰিলে যন্ত্ৰ-পাতি, কল-কাৰখানা, শিক্ষা-দীক্ষাৰো সু-ব্যৱস্থা কৰিব নোৱাৰে।

অনগ্ৰসৰ দেশসমূহৰ আন এটা ডাঙৰ অসুবিধা হ'ল বজাৰৰ অভাৱ —দেশৰ ভিতৰতো আৰু দেশৰ বাহিৰতো। যাতায়াত ব্যৱস্থা উন্নত নহয় বাবে আৰু বজাৰত দৰ-দামৰ কোনো নিৰ্দিষ্ট নিয়ম নথকা বাবেই বহু সময়ত উৎপাদন ব্যাহত হয়। উৎপাদনকাৰীয়ে উচিত মূল্য পালেহে উৎপাদন বৃদ্ধি কৰিবলৈ আগ্ৰহান্বিত হ'ব। বহুত সময়ত ২।৩ জন ব্যৱসায়ী এক গোট হৈ হাট-বজাৰত বস্তুৰ দাম এনেদৰে আগতে নিয়ন্ত্ৰিত কৰি থৈ দিয়ে যে উৎপাদনকাৰী বজাৰলৈ আহি ফিৰি যোৱাতকৈ অনুচিত মূল্যতে বস্তু বেচি ঘৰলৈ ওভতে। ক্ৰয়-বিক্ৰয়ৰ সুবিধা হ'লে, মুঠ উৎপাদন আপোনা-আপুনিয়ে বৃদ্ধি পাব আৰু জনসাধাৰণৰ উপাৰ্জনো বাঢ়িব। কৃষিজাত দ্ৰব্যৰ উৎপাদনকাৰীৰ সংখ্যা অগণন আৰু তেওঁলোকৰ প্ৰত্যেকে বজাৰত বিক্ৰীৰ কাৰণে অনা বস্তুৰ অতি সামান্য অংশহে উৎপাদন কৰে বাবে তেওঁলোকে একগোট হৈ বজাৰত বস্তুৰ পৰিমাণ হ্ৰাস-বৃদ্ধি কৰি দাম কম কৰিব নোৱাৰে। কিন্তু কাৰখানাত উৎপাদন দ্ৰব্যৰ বেলিকা উৎপাদনকাৰীৰ সংখ্যা কম বাবে তেওঁলোকে একগোট হৈ বজাৰত কৃত্ৰিম অনাটন সৃষ্টি কৰি বস্তুৰ দাম বৃদ্ধি কৰিব পাৰে।

পিচপৰা দেশবোৰত উন্নয়নৰ অন্তৰায় বহুতো। এই অন্তৰায়বোৰৰ প্ৰত্যেকৰে প্ৰত্যেকৰ লগত বিশেষ সম্পৰ্ক থকা বাবে এটাক আনটো অন্তৰায়ৰ কাৰণ বা এটা আনটো অন্তৰায়ৰপৰা উদ্ভূত বুলি কব পাৰি। যেনে, জনসাধাৰণৰ গড় উৎপাদন কম বাবেই তেওঁলোকৰ প্ৰকৃত উপাৰ্জন কম, প্ৰকৃত উপাৰ্জন কম বাবেই জনসাধাৰণৰ সঞ্চয়ো কম আৰু বস্তুৰ প্ৰতি চাহিদাও কম। ফলত মূলধনৰ নিয়োজনো কম আৰু শিল্প সম্প্ৰসাৰণৰো সুযোগ কম। মূলধনৰ অভাৱ হৈছে আকৌ দেশৰ সা-সম্পদ উপযুক্তভাৱে কামত খটুৱাব নোৱাৰৰ কাৰণে। বজাৰৰ অসম্পূৰ্ণতাৰ কাৰণেই দেশৰ সা-সম্পদৰ উপযুক্ত প্ৰয়োগ হ'ব পৰা নাই। উন্নয়নৰ আৱশ্যকীয় পৰিবেশ সৃষ্টি কৰিবলৈ হ'লে আমি চেষ্টা কৰিব লাগিব যাতে এই অন্তৰায়বোৰ দূৰ হয়।

## অৰ্থনৈতিক উন্নয়নৰ বাবে অত্যাৱশ্যকীয় কাৰ্য্যপন্থা

দেশবাসীয়ে অৰ্থনৈতিক উন্নয়নৰ প্ৰয়োজনীয়তাৰ কথা ভালদৰে উপলব্ধি কৰিলে উন্নয়ন প্ৰচেষ্টাৰ সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈকো আগ্ৰহান্বিত হ'ব। নিজৰ ভৱিষ্যত জীৱন নিৰ্বাহৰ মান বৰ্ধন কৰিবলৈ হ'লে যে আমি বৰ্তমান



যথেষ্ট ত্যাগ স্বীকাৰ কৰিব আৰু বহুতো অসুবিধাৰ সন্মুখীন হ'ব লাগিব সেই সম্বন্ধে জনসাধাৰণৰ মনত কোনো দ্বিধা থকা অনুচিত। ভৱিষ্যতৰ আৰামৰ কাৰণেই যে বৰ্তমানে ত্যাগ স্বীকাৰ কৰা আৱশ্যক সেই কথা বুজিলে জনসাধাৰণে সাময়িক দুখ-কষ্টৰ বাবে আপত্তি নকৰিব। অৰ্থনৈতিক উন্নয়নৰ অগ্ৰগতি চিৰস্থায়ী কৰিবলৈ হ'লে আমি নিজে স্বাৱলম্বী হোৱা প্ৰয়োজন। আৰম্ভণিতে অন্য দেশৰপৰা মূলধন আৰু কাৰিকৰ আনি কিছুমান দিশত কিছু দিনলৈ উন্নতি কৰা সম্ভৱপৰ। কিন্তু আমি সদায় আনৰ ওপৰত নিৰ্ভৰশীল হ'ব নোৱাৰোঁ। এটা উন্নয়নমূলক কাৰ্য্য আৰম্ভ কৰা এক কথা আৰু সেই কাৰ্য্য ব্যাহত নোহোৱাকৈ চলাই থকা আন কথা। আমাৰ নিজৰ চৰকাৰে আৰম্ভণ কৰি দিয়া কাৰ্য্যাৱলীৰ ক্ষেত্ৰতো সেই একে কথাই খাটিব। জনসাধাৰণে যদি প্ৰত্যেকটো উন্নয়ন কাৰ্য্যত আঁচনি কৰাৰপৰা তাৰ খৰচ যোগাই সমাপ্ত কৰি সেই কাৰ্য্য পৰিচালনা কৰালৈকে কেৱল চৰকাৰী প্ৰচেষ্টাৰ ওপৰতে নিৰ্ভৰ কৰি থাকে, তেনেহলে আমাৰ উন্নয়ন প্ৰচেষ্টা কেতিয়াও যুগমীয়া হ'ব নোৱাৰে। চৰকাৰ আৰু জনসাধাৰণৰ মাজত সক্ৰিয় সহযোগিতা অৰ্থাৎ কোনো উন্নয়ন প্ৰচেষ্টাৰ প্ৰতি চৰকাৰ বা ৰাইজ উভয়ৰে পূৰ্ণ আগ্ৰহ আৰু বিশ্বাস থাকিলেহে দেশৰ আৰ্থিক উন্নতি আমাৰ নিজস্ব শক্তিৰ জোৰত কৰাটো সম্ভৱপৰ।

উন্নয়ন ব্যৱস্থা দ্ৰুতগামী কৰিবলৈ হ'লে মূলধনৰো আৱশ্যক। উৎপাদন প্ৰক্ৰিয়াত ধন নিয়োগ কৰিব পাৰিলেহে ইয়াৰ প্ৰসাৰ কৰা সম্ভৱপৰ। দৰাচলতে মূলধনৰ অভাৱতেই উন্নয়নকামী দেশসমূহৰ উন্নয়নৰ প্ৰধান অন্তৰায় বুলি কব পাৰি। দেশত মূলধনৰ বৃদ্ধি কৰিব খুজিলে জনসাধাৰণৰ প্ৰকৃত সঞ্চয় বৃদ্ধি পোৱা আৱশ্যক। সঞ্চয় বৃদ্ধিৰ লগে লগে সঞ্চিত ধন ভালভাৱে বিনিয়োগ কৰিব পৰাকৈ বেঙ্ক আদিৰ সুবিধাও থাকিব লাগিব। তদুপৰি কোনো এঠাইত উপাৰ্জিত ধনৰপৰা হোৱা সঞ্চয় যাতে আন ঠাইলৈ মূলধন হিচাবে ৰপ্তানি কৰা নহয় তালৈও চকু দিয়া প্ৰয়োজন। মূলধনৰ প্ৰয়োগৰ সুবিধাৰ লগতে বজাৰৰ সুবিধাৰ কথাও জড়িত। ক্ৰয়-বিক্ৰয় ব্যৱস্থা উন্নততৰ হ'লে বস্তুৰ মুঠ লেন-দেন বৃদ্ধি পাব আৰু উৎপাদন প্ৰক্ৰিয়াৰ লগতে বেহা-বেপাৰতো মূলধনৰ প্ৰয়োগৰ সুবিধা হ'ব। অসমত আকৌ অসমৰ বাহিৰৰপৰা অহা নানালোকে শিল্প-বাণিজ্য আদিৰপৰা যথেষ্ট উপাৰ্জন কৰিছে। তেওঁলোকে তেওঁলোকৰ উপাৰ্জনৰ এটা ডাঙৰ অংশ অসমৰ বাহিৰত থকা আত্মীয় স্বজনলৈ পঠায় বা বাহিৰৰ ব্যৱসায়ত নিয়োগ কৰে। সেই বাবেই আমাৰ ৰাজ্যত

মুঠ উপাৰ্জিত ধনৰ তুলনাত নিয়োজিত মূলধনৰ পৰিমাণ কম। আৱশ্যকীয় পৰিমাণত মূলধনৰ বিনিয়োগ কৰিব নোৱাৰা কাৰণে আমি কৃষি শিল্প আদিৰ উৎপাদন ক্ষেত্ৰত বিশেষভাৱে আগবাঢ়িব পৰা নাই।

অৰ্থনীতিবিদসকলে অভিজ্ঞতাৰপৰা হিচাপ কৰি কৈছে যে কোনো দেশৰ জনবৃদ্ধি শতকৰা ১ ভাগ হ'লে জনমূৰি প্ৰকৃত উপাৰ্জনৰ গড় আগৰ সমানেই ৰাখিব লাগিলেও দেশখনৰ জাতীয় আয়ৰ অন্ততঃ শতকৰা ৪ ভাগ মূলধন হিচাবে পুনৰ বিনিয়োগ হোৱাৰ প্ৰয়োজন। দেশত জনসংখ্যা যদি শতকৰা ২ ভাগকৈ বছৰি বৃদ্ধি পায় আৰু যদি জনমূৰি আয় গড়ে শতকৰা ২ ভাগ হিচাবে বছৰি বৃদ্ধি কৰাৰ আৱশ্যক বুলি ধৰা হয় তেনেহলে দেশৰ জাতীয় আয়ৰ অন্ততঃ ১৬ ভাগ মূলধন হিচাবে বিনিয়োগ কৰাৰ প্ৰয়োজন হ'ব। অসমত বছৰি জনসংখ্যা শতকৰা ৩ ভাগৰ ওপৰকৈ বৃদ্ধি পাইছে। আমাৰ ৰাজ্যত জনমূৰি প্ৰকৃত আয় সমান ৰাখিবলৈ হ'লেও আমি বছৰি অন্ততঃ জাতীয় আয়ৰ শতকৰা ১২ ভাগ হিচাবে খটোৱা প্ৰয়োজন হ'ব। এই পৰিমাণ মূলধন বিনিয়োগ কৰি কৃষি, শিক্ষা, যাতায়াত ইত্যাদিৰ সম্প্ৰসাৰণ কৰিব নোৱাৰিলে আমাৰ জনমূৰি আয় বাঢ়ক ছাৰি কমাৰহে সম্ভাৱনা থাকিব।

মূলধনৰ যোগাৰ হ'লেও বহুসময়ত মূলধনৰ স্বপৰিকল্পিত প্ৰয়োগ সম্ভৱপৰ নহয়। আমাৰ মুঠ মূলধনৰ কিমানখিনি দীৰ্ঘম্যাদী আৰু কিমানখিনি হ্ৰস্বম্যাদী আঁচনিত খটোৱা উচিত হ'ব সেই কথাও জনা প্ৰয়োজন। আমাৰ উৎপাদন প্ৰক্ৰিয়াৰ প্ৰসাৰৰ বাবে যন্ত্ৰপাতি আদিৰ যেনে প্ৰয়োজন তেনেদৰে আমাৰ নিত্য প্ৰয়োজনীয় বস্তুৰ অভাৱ গুচাবলৈ হ'লে চেনি, চাউল, ডাইল, মিঠাতেল, কাপোৰ, কেৰাচিন আদিৰো প্ৰয়োজন। এই দুয়োবিধ উৎপাদন প্ৰক্ৰিয়াকে আমি অৱহেলা কৰিব নোৱাৰোঁ। দুয়োটাৰে সমন্বয় ৰাখিহে আমি মূলধন খটাব লাগিব। মূলধনৰ লগে লগে মূলধন গ্ৰহণ কৰিব পৰা ক্ষমতাও দেশত বৃদ্ধি কৰিব লাগিব। কাৰখানাত ব্যৱহৃত যন্ত্ৰ-পাতিৰ বিষয়ে জনা নাথাকিলে, সৰ্বাধুনিক কল-কব্জা সম্বন্ধে অজ্ঞ হ'লে, সুঅভিজ্ঞ শ্ৰমিকৰ অভাৱ হ'লে বা শ্ৰমিকে ইঠাইৰপৰা সিঠাইলৈ সহজে যাব নোৱাৰিলে নাইবা প্ৰয়োজনীয় কেঁচামাল নাথাকিলে মূলধন থাকিলেও তাৰ উপযুক্ত প্ৰয়োগ সম্ভৱপৰ নহয়। বজাৰৰ বাবেও বহু সময়ত মূলধনৰ সুপ্ৰয়োগ কঠিন হয়।



## উদ্যোগী কৰ্মীৰ প্ৰয়োজন

দেশৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবলৈ আমাৰ অৰ্থনৈতিক, সামাজিক আৰু মানসিক প্ৰস্তুতিৰ নিতান্তই প্ৰয়োজন। জনসাধাৰণক উন্নয়ন প্ৰচেষ্টাত ভাগ লবলৈ উৎসাহিত কৰিব নোৱাৰিলে টকা পইচা খৰচ কৰি কল-কাৰখানা সাজি বা জলসিঞ্চনৰ বাবে বৃহৎ বৃহৎ নলা খান্দি দিলেই আমাৰ সমস্যাৰ সমাধান নহয়। মানুহৰ মনৰ অশান্তি দূৰ কৰি তেওঁলোকক উৎসাহী কৰ্মী কৰিব পাৰিলেহে আমাৰ সমস্যাৰ সমাধান কৰিব পৰা যাব। আমাৰ বৰ্তমানৰ প্ৰধান সমস্যাই হৈছে—উদ্যোক্তাৰ অভাৱ। কৃষি, শিল্প, শিক্ষা, যাতায়াত আদিৰ উন্নয়নৰ কাৰণে ঠায়ে ঠায়ে জনসাধাৰণক উদ্বুদ্ধ কৰিব পৰা নেতৃত্বৰ আৱশ্যক। এনে উদ্যোক্তাসকলে কেৱল বক্তৃতাতে আবদ্ধ নাথাকি নিজে কাম কৰি দেখুৱালেহে জনসাধাৰণ অনুপ্ৰাণিত হ'ব।

অগ্ৰসৰ গণতান্ত্ৰিক দেশবোৰত দেশৰ অৰ্থনৈতিক ব্যৱস্থা আপোনা-আপুনিয়ে চলি থাকে। এইবোৰ দেশত চৰকাৰৰ প্ৰধান কৰ্তব্যই হ'ল—দেশত আইন শৃঙখলা অটুট ৰখা। আন্তৰ্জাতিক সঙ্কটৰ সন্মুখীন নহ'লে বস্তুৰ চাহিদা আৰু যোগান অনুসৰিয়ে মূল্যৰ হ্ৰাস-বৃদ্ধি হৈ উৎপাদনৰ সমতা সৃষ্টি কৰে। সাম্যবাদী ৰাষ্ট্ৰত দেশৰ সমস্ত অৰ্থনৈতিক নীতি এক কেন্দ্ৰীয় চৰকাৰৰ কৰ্তৃত্বাধীনত চলে। এনে ৰাষ্ট্ৰত জনসাধাৰণৰ উৎপাদন উপভোগ, উৎপাদিত দ্ৰব্যৰ বণ্টন আদিৰ ক্ষেত্ৰত চৰকাৰৰ কৰ্তৃত্ব বৰ ব্যাপক। পিচপৰা অথচ গণতান্ত্ৰিক দেশত এই দুই পন্থাৰ এটাও লোৱা সম্ভৱপৰ নহয়। পুঁজিবাদী ৰাষ্ট্ৰৰ আদৰ্শত বস্তুৰ উৎপাদন ব্যৱস্থা, চাহিদা আৰু যোগানৰ সূত্ৰমতে চলিবলৈ হ'লে আমাৰ উৎপাদন অনাকাঙ্ক্ষিত দিশত বিস্তাৰ লভিব আৰু প্ৰয়োজনীয় অত্যাৱশ্যকীয় বস্তুৰ দেশত অভাৱ হ'ব। কিন্তু সেইবুলি চৰকাৰী নিয়ন্ত্ৰণ সাম্যবাদী ৰাষ্ট্ৰৰ দৰে ব্যাপক কৰিবলৈ গ'লে আমি আমাৰ গণতান্ত্ৰিক আদৰ্শৰপৰা বিচ্যুত হ'ব লাগিব। গণতান্ত্ৰিক ব্যৱস্থাৰ মূল কথাই হ'ল—ৰাইজৰ মতামত ব্যক্ত কৰাৰ স্বাধীনতা। এই মূল আদৰ্শৰ লগতে ৰাষ্ট্ৰৰ কৰ্তব্য হ'ল দেশৰ অৰ্থনীতি উন্নয়ন এটা পূৰ্বনিৰ্দিষ্ট লক্ষ্যাভিমুখে চলাই নিয়া। এই উদ্দেশ্যেই উন্নতিকামী অনগ্ৰসৰ দেশবোৰত আগতীয়া পৰিকল্পনা প্ৰস্তুত কৰি আৰু আৱশ্যক অনুসৰি কিছুমান ক্ষেত্ৰত চৰকাৰী কৰ্তৃত্ব প্ৰয়োগ কৰি দেশৰ অৰ্থনৈতিক ব্যৱস্থা পৰিচালিত কৰাৰ প্ৰয়োজন হয়। তথাপি গণতান্ত্ৰিক ৰাষ্ট্ৰত জনসাধাৰণৰ স্বতঃস্ফূৰ্ত সক্ৰিয় সহযোগ অবিহনে অৰ্থনৈতিক উন্নয়নৰ আঁচনি

সফল কৰা সম্ভৱ নহয়। সেয়েহে ত্যাগ স্বীকাৰ, সুশাসন আৰু উপযুক্ত আদৰ্শৰ জৰিয়তে নেতৃত্ব দি জনসাধাৰণক উদ্বুদ্ধ কৰাৰ নিতান্তই প্ৰয়োজন।

ভাৰতবৰ্ষৰ ঘোষিত লক্ষ্য গণতান্ত্ৰিক সমাজতন্ত্ৰ। এই লক্ষ্যত উপনীত হ'বলৈ জনসাধাৰণৰ মাজৰপৰা শোষণ, দুৰ্নীতি আৰু অভাৱ আঁতৰাব লাগিব। আমাৰ দেশ বৰ্তমান যে নানা অসুবিধাৰ সন্মুখীন হৈছে সেইটো ঠিক। ৰাইজে এই অসুবিধাবিলাকৰ কথা ভালদৰে জানিলে অৰ্থনৈতিক উন্নয়ন পথৰ প্ৰতিবন্ধকবিলাক ভালদৰে উপলব্ধি কৰিব। ৰাজনৈতিক নেতা আৰু শাসনকাৰ্য্যত আৱদ্ধ কৰ্মচাৰীসকলে নিজৰ কৰ্তব্যপৰায়ণতাৰ দ্বাৰা ৰাইজৰ বিশ্বাস অৰ্জন কৰিব পাৰিলেহে জনসাধাৰণৰ সামাজিক সহযোগ লাভ কৰা সম্ভৱ হ'ব।

## অসমৰ বিশেষ সমস্যাসমূহ

অৰ্থনৈতিক উন্নয়নৰ আঁচনি সফল কৰিবলৈ প্ৰধানকৈ দুটা কথাৰ আৱশ্যক। প্ৰথমতে ৰাইজৰ সহযোগ আদায় কৰিব পৰা নেতৃত্ব আৰু দ্বিতীয়তে আঁচনিসমূহ কাৰ্য্যকৰী কৰিবলৈ যথেষ্ট পৰিমাণৰ মূলধন। এই কথা অসমৰ ক্ষেত্ৰতো প্ৰযোজ্য।

বিহাৰ আৰু উৰিষ্যাৰ বাহিৰে ভাৰতৰ আন কোনো ৰাজ্যই অসমৰ দৰে প্ৰাকৃতিক সম্পদত চহকী নহয়। অসমত পেট্ৰোলিয়াম, কয়লা, চূণশিল, কাঠ, বাঁহ-বেত আদি যথেষ্ট পৰিমাণে পোৱা যায়। বৰষুণৰ অভাৱৰ বাবেও আমাৰ অসুবিধা নঘটে। আমাৰ জল-বিদ্যুৎ উৎপাদন কৰিব পৰা অজস্ৰ জলপ্ৰপাতৰ উৎস আছে। ইমানবোৰ পাথিৱ সুযোগ থকা সত্বেও আমাৰ ৰাজ্যত অৰ্থনৈতিক উন্নয়ন অতি মন্থৰ।

অসম ৰাজ্যত অৰ্থনৈতিক উন্নয়নৰ বৰ্তমানৰ মন্থৰ গতি সম্বন্ধে অনুমান কৰিবলৈ হ'লে আমি আমাৰ ৰাজ্যৰ প্ৰধান সমস্যাৱলী বিশ্লেষণ কৰিব লাগিব। অসমৰ প্ৰধান সমস্যা তিনিটা—(১) অত্যধিক জনবৃদ্ধি, (২) কৃষিৰ ওপৰত অত্যধিক নিৰ্ভৰশীলতা, (৩) প্ৰাকৃতিক সম্পদ থকা সত্বেও শিল্প উন্নয়নৰ মন্থৰ গতি। এই তিনিটা প্ৰধান অন্তৰায়ৰ উপৰিও আগতে উল্লেখ কৰা অনগ্ৰসৰ দেশৰ সাধাৰণ অসুবিধা সমূহ। যেনে—বজাৰ বা যাতায়াতৰ বেমেজালি, মূলধনৰ অভাৱ, বিভিন্ন শিল্পত বলিষ্ঠ নেতৃত্ব নথকা আদি অসমৰ ক্ষেত্ৰতো বিদ্যমান। তথাপি অসমৰ স্বকীয় বৈশিষ্ট্যপূৰ্ণ অন্তৰায়সমূহৰ কথাও এই সাধাৰণ অন্তৰায়সমূহৰ লগতে জনা উচিত হ'ব।



## অত্যধিক জনবৃদ্ধি

১৯৫১ চনৰপৰা ১৯৬৩ চনলৈ এই ১২ বছৰৰ ভিতৰত ভাৰতৰ সকলো ৰাজ্যতকৈ অসমতেই জনসংখ্যা বৃদ্ধিৰ হাৰ বেচি; শতকৰা ৩৪·৪৫ ভাগ। সমগ্ৰ ভাৰতত (অসমকো ধৰি) এই ১২ বছৰত জন-বৃদ্ধিৰ হাৰ শতকৰা ২১·৫৫ ভাগহে অৰ্থাৎ দেশত বছৰি জনবৃদ্ধিৰ শতকৰা ২ ভাগকৈ হ'লেও অসম ৰাজ্যত এই বৃদ্ধিৰ হাৰ বছৰি শতকৰা ৩ ভাগৰো ওপৰ। ভাৰতৰ ভিতৰত একমাত্ৰ পশ্চিম বঙ্গতহে জনবৃদ্ধি বাৰ্ষিক শতকৰা ৩ ভাগৰ ওপৰ হৈছে। এনে জনবৃদ্ধি স্বাভাৱিকভাৱে জন্ম-মৃত্যুৰ ৰাহি হোৱাৰ ফলতে হ'ব নোৱাৰে। কাৰণ অসম বা বঙ্গদেশত জন্মৰ হাৰ বেচি আৰু মৃত্যুৰ হাৰ কম এনেদৰে ভাবিবৰ কোনো কাৰণ নাই।

জনবৃদ্ধি এনে অত্যধিক হাৰত বৃদ্ধি পোৱাৰ কাৰণ হ'ল বাহিৰৰ পৰা নতুন মানুহৰ আগমন। ১৯৫১ চনৰ পিচত অসম আৰু বঙ্গদেশলৈ পূৰ্ব পাকিস্থানৰপৰা বহুতো হিন্দু পলাই আহিব লগাত পৰে। এই কালডোখৰত অসমলৈ পূৰ্বপাকিস্তানৰপৰা কিছুমান মুছলমান সম্প্ৰদায়ৰ লোকো আহিছে—তেওঁলোকৰ নিজৰ দেশত জীৱিকা উপাৰ্জনৰ অসুবিধাৰ কাৰণে। তদুপৰি বেপাৰী, দোকানী, কুলী, ঠিকাদাৰ ইত্যাদি ধৰণৰ মানুহেও অসম ভৰি পৰেহি। দৰাচলতে বিংশ শতাব্দীৰ আৰম্ভণৰ পৰাই আমি অন্যান্য ৰাজ্যৰপৰা অহা যথেষ্ট সংখ্যক লোকক আশ্ৰয় দিছোঁ। যোৱা শতিকাৰ আগভাগৰপৰাই অসমত চাহ-খেতিৰ আৰম্ভণ কৰা হয়। চাহ-বাগিছাৰ কামৰ বাবে অসংখ্য কুলী ছোটনাগপুৰ, বিহাৰ, উৰিষ্যা আদি ঠাইৰপৰা অনা হৈছে।

অসমৰ সাৰুৱা ছন পৰি থকা মাটিত খেতি কৰিবলৈ পূৰ্ববঙ্গৰ পৰা মুছলমান খেতিয়ক দলে দলে আহিব ধৰে—৫০ বছৰ আগৰ পৰাই। ১৯৩০ চনৰ পিচত স্বাধীনতাৰ আগলৈকে মুছলমান খেতিয়ক গোৱালপাৰা জিলা, বৰপেটা মহকুমা, নগাঁও জিলা, মঙ্গলদৈ মহকুমা আৰু উত্তৰ লক্ষীমপুৰ মহকুমা ভৰি পৰে। অন্যান্য ঠাইতো এওঁলোক সিঁচৰিত হৈ পৰে। দৰং জিলাৰ বাহিৰৰপৰা অহা নেপালী সম্প্ৰদায়ৰ লোকৰ সংখ্যাও কম নহয়। দেশবিভাজনৰ ফলত পূৰ্ববঙ্গৰপৰা বহুতো হিন্দু পলাই আহে। এনেদৰে বাহিৰৰপৰা বহুশ্ৰেণীৰ মানুহ আহি থকা হেতুকে ১৯০১ চনৰপৰা ১৯৬১ চনলৈ এই ৬০ বছৰত অসমৰ জনসংখ্যা ৩৭ লাখৰ পৰা ১১৯ লাখ হ'লহি অৰ্থাৎ ৩ গুণৰো বেচি বৃদ্ধি পালে।

কিন্তু সমগ্ৰ ভাৰতৰ কথা ধৰিলে এই ৬০ বছৰত জনসংখ্যা ২৩·৬ কোটিৰ পৰা ৪৩·৯ কোটি হ'লহি অৰ্থাৎ দুগুণৰ অলপ কমহে বাঢ়িল।

জনবৃদ্ধিৰ তুলনাত খেতিৰ মাটিৰ পৰিমাণ বৃদ্ধি পালে বা অন্যান্য উপজীৱিকা সমপৰ্য্যায়ত বাঢ়িলে মানুহৰ জীৱন নিৰ্বাহত অসুবিধা নহয়। স্বাধীনতাৰ পিচত অসমৰ শিল্প, বাণিজ্য, যাতায়াত আদিৰ যথেষ্ট সুবিধা বৃদ্ধি হৈছে যে ঠিক। কিন্তু এই সুবিধা বৃদ্ধিৰ সুফল লাভ কৰিবলৈ লগে লগে আন ঠাইৰপৰা মানুহ অহাত অসমৰ নিগাজী বাসিন্দাই তাৰ ফল বিশেষভাৱে উপভোগ কৰিব পৰা নাই—চাকৰি বাকৰিত অলপ সুবিধা পোৱাৰ বাহিৰে।

জনবৃদ্ধিৰ চাপ হ্ৰাস কৰিবলৈ জন্ম-নিয়ন্ত্ৰণৰ কথা কোৱা হয়। কিন্তু বাহিৰৰপৰা মানুহৰ সোঁত অব্যাহত থাকিলে অসমৰ স্থায়ী বাসিন্দাই জন্ম-নিয়ন্ত্ৰণ কৰিলে তাৰপৰা অৰ্থনৈতিক ক্ষেত্ৰত বিশেষ ফল লাভ কৰাৰ আশা নাই। জন্ম-নিয়ন্ত্ৰণৰ প্ৰচাৰৰ লগে লগে বহিৰাগত লোকৰ সোঁত কমোৱাৰ চেষ্টা কৰা উচিত হ'ব। পঞ্চবাৰ্ষিক পৰিকল্পনাৰ অগ্ৰসৰৰ লগে লগে বৃদ্ধি হ'ব ধৰা সা-সুবিধাবোৰ যাতে অধিক পৰিমাণে অসমৰ স্থায়ী বাসিন্দাই ভোগ কৰিব পাৰে তাৰ চেষ্টা কৰা উচিত। ইয়াৰ বাবে হয়তো উপযুক্ত শিক্ষা বা প্ৰশিক্ষণ দিয়াৰ আৱশ্যক হ'ব। লগে লগে অনগ্ৰসৰ অঞ্চল বুলি অসমৰ স্থানীয় লোকৰ বাবে কিছু পৰিমাণে ৰক্ষা-কবচৰ ব্যৱস্থা কৰাবো প্ৰয়োজন হ'ব।

## কৃষিৰ ওপৰত নিৰ্ভৰশীলতা

অসমৰ মুঠ জাতীয় আয়ৰ শতকৰা ৪৫ ভাগ কৃষিৰপৰাই আহে। সমগ্ৰ ভাৰতৰ হিচাব কৰিলে জাতীয় আয়ৰ শতকৰা ৩৭ ভাগহে কৃষিজাত। অসমত কৃষিজ শিল্প চাহৰপৰাও ৰাজ্যৰ জাতীয় আয়ৰ শতকৰা ১ৰ ভাগ আহে। এতেকে অসমৰ জাতীয় আয়ৰ শতকৰা ৫৭ ভাগেই কৃষি উদ্ভূত।

১৯৬১ চনৰ পিয়ল মতে অসমৰ মুঠ উপাৰ্জন কৰি খাব পৰা মানুহৰ ( Worker ) শতকৰা ৬৮ জনেই কৃষিজীৱী। চাহ খেতি কৰা শ্ৰমিকক ধৰিলে অসমৰ মুঠ কৰ্মঠ লোকৰ শতকৰা ৮০ জনেই কৃষিজীৱী হ'ব। সমগ্ৰ ভাৰততো মুঠ উপাৰ্জন কৰা ব্যক্তিৰ শতকৰা ৭০ ভাগেই কৃষিজীৱী। অসমত কিন্তু গ্ৰামাঞ্চলত থকা লোকৰ সংখ্যা আনুপাতিকভাৱে বহুত বেচি। সমগ্ৰ ভাৰতত শতকৰা ৭৯ জন লোক গাঁওবাসী। অসমত কিন্তু শতকৰা



৯২ জনেই গাঁওবাসী। গাঁৱত থকা লোকৰ জীৱন নিৰ্বাহৰ প্ৰধান সম্বলেই হ'ল কৃষি।

নিজাকৈ খেতি নকৰা গাঁৱলীয়া লোকৰো বেচিভাগেই কৃষি সংক্ৰান্ত কামতেই আৱদ্ধ থাকে বা আন সমৃদ্ধিশালী কৃষকৰ ঘৰত অন্য কাম কৰে। কৃষিৰ সমৃদ্ধি হ'লেহে গাঁৱৰ মানুহৰ অৱস্থা উন্নত কৰিব পৰা যাব।

নগৰ অঞ্চলৰ ধান কল, সৰিয়হ তেলৰ কল, চেনিৰ কল, আটা-ময়দাৰ কল, কাপোৰৰ কল, মৰাপাটৰ কল আদিও কৃষিজাত দ্ৰব্যৰ ওপৰত নিৰ্ভৰশীল। অসমৰ বেপাৰ-বাণিজ্যৰ এক বুজন অংশ কৃষিজাত দ্ৰব্যৰ লেন-দেন কাৰ্য্যত ব্যস্ত। এতেকে কৃষিৰ উন্নতি হ'লে ৰাজ্যৰ যথেষ্ট সংখ্যক লোকৰ উপাৰ্জন বৃদ্ধি পাব। কৃষিজীৱী লোকসকল অসমৰ স্থায়ী বাসিন্দা বাবে তেওঁলোকৰ উপাৰ্জন বৃদ্ধি হ'লে তেওঁলোকৰ সঞ্চিত ধন অসমৰ উৎপাদন বৃদ্ধি কাৰ্য্যত মূলধন হিচাবে নিয়োজিত হ'ব। যোৱা ১৫ বছৰত অসমত ৰাস্তা, দলং, চৰকাৰী ঘৰ-দুৱাৰ আদি বহুতো বৃদ্ধি পাইছে যে ঠিক। ইয়াৰ উপৰিও কিছুমান ন ন কাৰখানাও স্থাপিত হৈছে। এই বৃদ্ধিৰ ফলত অসমৰ মুঠ জাতীয় আয়ো যথেষ্ট বাঢ়িছে। ১৯৫০-৫১ চনৰ তুলনাত অসমৰ জাতীয় আয় ১৯৬৩-৬৪ চনত শতকৰা প্ৰায় ৪৩ ভাগ বৃদ্ধি পাইছে। কিন্তু দেশত অত্যধিক জনবৃদ্ধি হেতুকে জনমূৰি জাতীয় আয় শতকৰা মাত্ৰ ৪ ভাগহে বৃদ্ধি পাইছে। জাতীয় আয়ৰ বৃদ্ধিৰ বেচিখিনিয়ে বেহা-বেপাৰ, শিল্প, চাকৰি আদিৰ সম্প্ৰসাৰৰ কাৰণে হোৱা বাবে অসমৰ নিগাজী মানুহৰ জাতীয় আয় হ্ৰাসহে পাইছে। কৃষি ক্ষেত্ৰত উন্নতি কৰিব নোৱাৰিলে অসমৰ স্থায়ী বাসিন্দা তথা গাঁৱত থকা অগণন লোকৰ উন্নতি সাধন সম্ভৱ নহয়।

কেন্দ্ৰীয় চৰকাৰৰ সম্প্ৰতি প্ৰকাশিত পুস্তিকা এখনত দেখুৱা হৈছে যে ১৯৫২-৫৩ চনৰ পৰা ১৯৬২-৬৩ চনলৈ সমগ্ৰ ভাৰতৰ কৃষি উৎপাদন বছৰি বৃদ্ধি পাইছে শতকৰা ৩·২ ভাগ হিচাবে। পঞ্জাৱত বাৰ্ষিক বৃদ্ধিৰ হাৰ শতকৰা মাত্ৰ ১·৩৪ হিচাবেহে। পশ্চিম বঙ্গ, উৰিষ্যা আৰু অসমতেই ভাৰতৰ ভিতৰত কৃষিৰ উৎপাদন বৃদ্ধিৰ পৰিমাণ কম। এই সামান্য বৃদ্ধি খিনিও মাটিৰ উৎপাদন শক্তি বৃদ্ধি অৰ্থাৎ মাটিত গড় উৎপাদন বৃদ্ধিৰ ফলত হোৱাতকৈ মুঠ খেতি কৰা মাটিৰ পৰিমাণ বৃদ্ধি হোৱাৰ বাবেহে হৈছে। কৃষিৰ মাটিৰ পৰিমাণ হ্ৰাস হৈ অহাৰ লগে লগে খেতিৰ মাটি বৃদ্ধি কৰি উৎপাদন বৃদ্ধি কৰাৰ আশা মিছা। সেইদেখি আমি এতিয়া বৈজ্ঞানিক প্ৰণালীত মাটিত সাৰ দি, ভাল সঁচৰ ব্যৱস্থা কৰি আৰু উন্নত

প্ৰণালীত খেতি কৰি উৎপাদন বৃদ্ধি কৰিব লাগিব। কেৱল বক্তৃতা দি এইবোৰৰ ব্যৱহাৰৰ কথা খেতিয়কক কৈ ফুৰিলেই তেওঁলোকে তেনে উপদেশ সহজে গ্ৰহণ নকৰে। কিন্তু ঠায়ে ঠায়ে আদৰ্শ পাম স্থাপন কৰি সাৰ বা উপযুক্ত সঁচ প্ৰয়োগৰ উপকাৰিতা দেখুৱাব পাৰিলে ৰাইজে সহজেই তেনে ব্যৱস্থা গ্ৰহণ কৰিব। তদুপৰি খেতিৰ পথাৰত স্থায়ীভাৱে বেৰ দিবলৈও ব্যৱস্থা কৰা উচিত। স্থায়ী বেৰ থাকিলে খৰালি ফলৰ বহু খেতি কৰিবলৈ খেতিয়কে উৎসাহ পাব।

আশাৰ কথা যে সম্প্ৰতি আমাৰ চৰকাৰে বিধাই প্ৰতি উৎপাদন বৃদ্ধি কৰিবলৈ নানা তৰহৰ কাৰ্য্যপন্থা হাতত লৈছে। কাছাৰ জিলাত "পেকেজ প্ৰোগ্ৰেম" হাতত লোৱা হৈছে। অন্যান্য জিলাতো উৎপাদন বৃদ্ধিৰ বাবে আঁচনি হাতত লোৱা হৈছে। কাছাৰ আৰু নগাঁও জিলাৰ বহুতো খেতিয়কে ৰাসায়নিক সাৰ প্ৰয়োগ কৰিব ধৰিছে। খেতিয়কৰ হতুৱাই অকণমান বেচি পৰিশ্ৰম কৰাই উন্নত সঁচ আৰু সাৰৰ ব্যৱহাৰ বৃদ্ধি কৰাব পাৰিলে অচিৰেই আমি কৃষি উৎপাদনত স্বাৱলম্বী হ'ব পাৰিম।

গাঁও পঞ্চায়তসমূহে দন্দ-খৰিয়ালতে আৱদ্ধ নাথাকি বা দেখনিয়াৰ আলি, দলং, স্কুলঘৰ সজা কামকে প্ৰধান কৰ্তব্য বুলি নধৰি কৃষি উৎপাদন বৃদ্ধি কৰাটোহে প্ৰধান কাৰ্য্য বুলি ধৰা উচিত। বৰ্তমান নিৰ্বাচন পদ্ধতিত মাত্ৰ সৰু গাঁও এখন নিৰ্বাচক মণ্ডলীৰ পৰা পঞ্চায়তৰ বাবে সভ্য নিৰ্বাচন কৰাৰ কাৰণে নিৰ্বাচনৰ সময়ত সম্প্ৰদায় আদিৰ প্ৰভাৱ গাঁওবাসীৰ মাজত আহি পৰে। ফলত গাঁৱত দলাদলি বৃদ্ধি হয় আৰু নিপুণ, আস্থা ভাজন আৰু জনপ্ৰিয় লোক নিৰ্বাচনত থিয় নিদিয়ে। চৰকাৰী নিয়মমতে গাঁৱৰ শিক্ষকসকলেও নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিব নোৱাৰে। এনে কাৰণতে গাঁও পঞ্চায়তবোৰ বহু ঠাইতে স্বাৰ্থান্ধ দুৰ্জন লোকৰ হাতত পৰিছে। শিক্ষকসকল নিৰ্বাচনত উঠিলে স্কুল পৰিচালনাত অসুবিধা হ'ব যে ঠিক। সেইদেখি চৰকাৰী মনোনয়নৰ জৰিয়তে শিক্ষকসকলৰ মাজৰপৰাও ২।১ জনক পঞ্চায়ত কাৰ্য্যত সংশ্লিষ্ট কৰিব লাগে। গাঁৱৰ মানুহৰ বহু কাৰ্য্যত শিক্ষক সকলে নেতৃত্ব দি আহিছে। জাৰ্মান আদি দেশতো গাঁও উন্নয়ন কাৰ্য্য গাঁৱৰ শিক্ষক বা ধৰ্মযাজক জনৰ চেষ্টাতে বহুপৰিমাণে কৃতকাৰ্য্য হৈছে। আমিও পঞ্চায়তৰ কাৰ্য্যাৱলীৰপৰা শিক্ষকসকলক বাদ দিলে আত্মঘাতীৰ সমতুল্য হ'ম। পঞ্চায়তসমূহ প্ৰতিষ্ঠিত কৰাৰ পিচত সেইসকলে ৰাইজৰ আস্থা হেৰুৱাব লাগিলে এনে অনুষ্ঠানৰ প্ৰয়োজন নাথাকে। পঞ্চায়ত-সমূহকে গাঁওবাসীয়ে নিজৰ মৰমৰ অনুষ্ঠান বুলি ভাবিব লাগিব।



## শিল্প উন্নয়নৰ মন্থৰ গতি

কয়লা, পেট্ৰোলিয়াম, চূণশিল আদি খনিজ দ্ৰব্যৰ বাহিৰেও বাঁহ, কাঠ, খেৰ আদি প্ৰাকৃতিক সম্পদেৰে অসম ভৰি আছে। কিন্তু এনেবোৰ সুবিধা থকা সত্বেও এইবোৰ সম্পদৰ ওপৰত নিৰ্ভৰ কৰি শিল্পৰ প্ৰসাৰ হোৱা নাই। অসমত সহজতে কেৰাটাও বিলাতী মাটিৰ কাৰখানা, কাগজৰ কাৰখানা, মৰাপাটৰ কাৰখানা, চেনিৰ কাৰখানা, পেট্ৰো কেমিকেল প্ৰস্তুত কৰা কাৰখানা (যেনে, সাৰ উৎপাদনাগাৰ) স্থাপন কৰিব পৰা যায়। যোৱা ১৫ বছৰে নুনমাটিত তেল শোধনাগাৰ আৰু দেৰগাঁৱত চেনিৰ কল স্থাপিত হোৱাৰ বাহিৰে আন কোনো ডাঙৰ কাৰখানা স্থাপিত হোৱা নাই। নগৰে নগৰে ২।১টা আটা, ধান বা ময়দাৰ কল আৰু ইঞ্জিনিয়াৰিং কাৰখানাৰ বাহিৰে আন শিল্পৰ কথা কবই নোৱাৰি।

যাতায়াত, মূলধন আৰু বিজুলী শক্তি আদিৰ অভাৱেই শিল্প স্থাপনৰ প্ৰধান অন্তৰায় হৈ আছিল। নাহৰকটীয়াত সম্প্ৰতি গেচৰপৰা বিজুলী শক্তি যোগান ধৰাৰ ব্যৱস্থা হোৱাত বিজুলী শক্তিৰ অসুবিধা আঁতৰিব; যোগীঘোপালৈ ৰেলৰ ব্ৰডগজৰ ব্যৱস্থা হোৱাত অসমৰ বাহিৰৰ লগত সংযোগ ব্যৱস্থাও উন্নত হ'ল। মূলধনৰ অসুবিধা গুচাবলৈকো চৰকাৰী প্ৰচেষ্টাত ৰাজ্যিক বিত্তীয় সংস্থা (State Finance Coroporation) খোলা হৈছে। তথাপি শিল্প স্থাপনত বিশেষ অগ্ৰসৰ হবৰ আশা দেখা নাই যদিহে আমাৰ মাজৰপৰা উদ্যোগী পুৰুষ ওলাই নাহে। অসমৰ বাহিৰৰ শিল্প উদ্যোগীসকলে অন্য ঠাইত সুবিধা থকা কাৰণে আৰু অসমত বহিঃ শত্ৰুৰ ভয় থকা কাৰণে আহিব নোখোজে। এতেকে অসমত চৰকাৰী খণ্ডতে শিল্প স্থাপনত সমধিক গুৰুত্ব দিয়াৰ প্ৰয়োজন হৈ পৰিছে। সেই অৰ্থে অসম চৰকাৰে দেশী আৰু বিদেশী শিল্পপতিসকলৰ সহযোগত অসমত শিল্প বিস্তাৰৰ বাবে এটা "শিল্প উন্নয়ন সংস্থা" ( Industrial Development Corporation) স্থাপন কৰা নিতান্তই আৱশ্যক। এনে সংস্থাই উপযুক্ত ঠাইত শিল্পপতিসকলৰ সহযোগত বিভিন্ন শিল্প স্থাপনত মনোযোগ দিব পাৰে, কোনো কোনো শিল্প এনেদৰে স্থাপন কৰি শিল্প-পতিসকলক বাৰ্ষিক ভাৰা দিয়াৰ ভিত্তিত চলাব দিব পাৰে। ৰাজ্যিক চৰকাৰে শিল্প সংস্থানত অগ্ৰসৰ নহৈ কেন্দ্ৰীয় চৰকাৰৰ ওপৰত ভাৰ দিলে শিল্প স্থাপন হ'ব পাৰে সঁচা, কিন্তু সেই শিল্পৰ পৰা উদ্ভূত উপাৰ্জনত অসম চৰকাৰ বা ইয়াৰ স্থায়ী বাসিন্দাৰ সমান বিশেষ লাভবান নহ'ব। সেই অৰ্থে শিল্প স্থাপনৰ দায়িত্ব ৰাজ্যিক চৰকাৰৰ হাততেই প্ৰধানতঃ থকা উচিত।

শিল্প উন্নয়ন হ'লে কৃষিজাত সামগ্ৰী বিক্ৰী কৰাৰ সুবিধা থাকে। কিছুমান শিল্প যেনে সাৰ উৎপাদনৰ কাৰখানা, বিলাতী মাটিৰ কাৰখানা, ঘৰত লগোৱা টিনপাত বা বেৰ দিয়া কাটাতাঁৰ নাইবা ট্ৰেক্টৰ বা পানী পাম্প কৰা মেচিন তৈয়াৰ কৰা কাৰখানা আদিয়ে প্ৰত্যক্ষভাৱেই কৃষি উৎপাদনত সহায় কৰে। অসমত ফলৰ ৰস তৈয়াৰ কৰা কাৰখানা হ'লে নানা তৰহৰ ফল উৎপাদন অসমৰ পৰ্বতৰ দাঁতি কাষৰীয়া ঠাইত বৃদ্ধি পাব। দেশ এখনৰ অৰ্থনৈতিক উন্নয়নৰ বাবে কৃষি আৰু শিল্প উভয়ৰে উন্নয়ন হোৱা প্ৰয়োজন। গ্ৰামাঞ্চলত ক্ষুদ্ৰ ক্ষুদ্ৰ শিল্প স্থাপন কৰিব পাৰিলে গাঁওবাসীৰ আজৰি সময়ত উপাৰ্জন বৃদ্ধি কৰাৰ সুচল হয়। পঞ্জাৱত গাঁৱে গাঁৱে চাইকেল কাৰখানা, গেঞ্জিৰ কাৰখানা, কৃষিৰ আৱশ্যকীয় যন্ত্ৰপাতি তৈয়াৰ হোৱা কাৰখানা স্থাপন হোৱাত গাঁওবাসীৰ উপাৰ্জন যথেষ্ট ৰূপে বৃদ্ধি পাইছে।

## উপসংহাৰ

আজি আমি তৃতীয় পঞ্চবাৰ্ষিকী পৰিকল্পনাৰ শেষ বছৰৰ মাজ পাইছোঁহি। ১৯৬৬ চনৰ এপ্ৰিল মাহৰপৰা চতুৰ্থ পৰিকল্পনা কাৰ্য্যকৰী কৰা হ'ব। প্ৰথম পৰিকল্পনাত অসমত অসম চৰকাৰে ২০।। কোটি টকা, দ্বিতীয় পৰিকল্পনাত ৫২ ।। কোটি টকা খৰচ কৰিলে, আৰু তৃতীয় পৰিকল্পনাত ১১৩ কোটি টকা ব্যয় কৰাৰ আশা আছে। ৰাজ্য চৰকাৰৰ উপৰিও কেন্দ্ৰীয় চৰকাৰ বিভিন্ন শিতানত যথেষ্ট টকা ব্যয় কৰে। বেচৰকাৰী খণ্ডতো ব্যয়ৰ পৰিমাণ কম নহয়।

ৰাজ্য চৰকাৰে চতুৰ্থ পৰিকল্পনাত ৩০০ কোটি টকা ব্যয় কৰাৰ আঁচনি প্ৰস্তুত কৰিছে। অৰ্থাৎ পৰিকল্পনাত প্ৰস্তাবিত ব্যয় প্ৰথম তিনিটা পৰিকল্পনাৰ মুঠ ব্যয়ৰ দুগুণ। কেন্দ্ৰীয় চৰকাৰে চতুৰ্থ পৰিকল্পনাত কেন্দ্ৰীয় আঁচনিসমূহত কমেও ১৫০ কোটি টকা খৰচ কৰিব। বেচৰকাৰী খণ্ডতো ১৫০ কোটি টকা খৰচ হ'লে অসমত চতুৰ্থ পৰিকল্পনাৰ কালত মুঠ প্ৰায় ৬০০ কোটি টকা ব্যয় হোৱাৰ সম্ভাৱনা।

ইমান ধন ব্যয় কৰিবলৈ উপযুক্ত লোকৰ আৱশ্যক হ'ব। সেইদেখি বিভিন্ন কলা-কৌশলত শিক্ষিত লোকৰ আৱশ্যক। তদুপৰি ব্যয় কৰা ধন যাতে উপযুক্তভাৱে খৰচ হয় তাৰ প্ৰতিও আমি চকু দিয়া আৱশ্যক। এতিয়ালৈ পৰিকল্পনাৰ লক্ষ্য হৈছে আমি কিমান খৰচ কৰিব পাৰিছোঁ, কিমান সংখ্যক স্কুল, পঞ্চায়ত, সমবায় সমিতি স্থাপন কৰিব পাৰিছোঁ ইত্যাদিহে। কিন্তু আমাৰ আঁচনিসমূহ উপযুক্তভাৱে পৰিচালিত কৰি



কাৰ্য্যকৰী কৰা হৈছেনে নাই তাৰ প্ৰতি চকু দিয়া নাই। সেই দেখি আমাৰ বিশ্বাস চৰকাৰৰ হাতত আঁচনিৰ মূল্যাঙ্কন কৰিবলৈ (Evaluation) এটা বিভাগ খোলা উচিত যাতে আঁচনিত ব্যয় হোৱা ধন উপযুক্তভাৱে খৰচ হয় আৰু আঁচনি কাৰ্য্যকৰী কৰাৰ সময়তে তাৰ কেৰোণবোৰ দূৰ কৰিব পৰা যায়। বৰ্তমানৰ ব্যৱস্থা মতে উপযুক্তভাৱে আমি ধন খৰচ কৰিব পাৰিলেই (প্ৰত্যেক খৰচৰ বাবে ৰচিদ ৰাখি আৰু ঠিকা আহ্বান কৰি) সমস্যাৰ সমাধান হোৱা বুলি ভৱা হয়। কিন্তু ব্যয় কৰা আঁচনিসমূহ কেনে নীতিৰ ওপৰত প্ৰতিষ্ঠিত তাৰ হিচাব কৰা নহয়। আমাৰ আঁচনি প্ৰস্তুত কৰা আৰু আঁচনিৰ মূল্যাঙ্কন কৰাৰ পদ্ধতিৰ অচিৰেই সলনি হোৱা আৱশ্যক।

আন এটা আৱশ্যকীয় কথা হৈছে বস্তুৰ মূল্য বৃদ্ধি ৰোধ কৰা। পৰিকল্পনাৰ আঁচনিসমূহত খৰচৰ লগে লগে কিছু পৰিমাণে মূল্য বৃদ্ধি হোৱা স্বাভাৱিক—জনসাধাৰণৰ মুঠ উপাৰ্জন বৃদ্ধিৰ বাবে ক্ৰয় ক্ষমতা বৃদ্ধি হোৱা বাবে। তথাপি যোৱা ১০ বছৰত আমাৰ খাদ্য, বস্ত্ৰ, কেঁচামাল, কাৰখানাত উৎপাদিত দ্ৰব্য এই সকলোৰে মূল্য যথেষ্টভাৱে বৃদ্ধি পাইছে। মূল্য বৃদ্ধিৰ বাবেই পৰিকল্পনাৰ খৰচ বঢ়াৰ লগে লগে আৰু জনসাধাৰণেও ধনৰ অনুপাতত বস্তুৰ উপভোগৰ পৰিমাণ বৃদ্ধি কৰিব পৰা নাই। অসমত বস্তুৰ মূল্য অন্য ঠাইতকৈ যথেষ্ট বৃদ্ধি পাইছে—বিশেষকৈ যোৱা ৩ বছৰৰ ভিতৰত। বস্তুৰ মূল্য ৰোধ কৰিবলৈ ব্যৱসায়ত অপচাৰ বন্ধ ৰাখিব লাগিব আৰু আমাৰ হাতত থকা সামগ্ৰীবিলাকৰ যাতে যথাযোগ্য বিতৰণ কৰি উপাৰ্জন বৃদ্ধিৰ ফলত হোৱা ক্ৰমবৰ্ধমান চাহিদা প্ৰয়োজন অনুসৰি নিয়ন্ত্ৰণ কৰিব পাৰি তাৰে চেষ্টা কৰিব লাগিব।

অসমৰ অৰ্থনৈতিক উন্নয়নৰ মূল্যাঙ্কন কৰিবলৈ হ'লে আমি পৰিকল্পনা কালত কিমান খৰচ কৰিছোঁ বা আমাৰ জাতীয় আয় কিমান বৃদ্ধি পাইছে নাইবা আমাৰ জনমূৰি জাতীয় আয় কিমান হৈছে কেৱল তাৰে লেখ ললেই নহ'ব। ধন ব্যয় কৰাৰ ফলত সৰ্বসাধাৰণৰ খাদ্য, বস্ত্ৰ আদিৰ ব্যৱহাৰ কিমান বৃদ্ধি পাইছে, স্কুললৈ যাব পৰা ল'ৰা-ছোৱালীৰ শতকৰা কিমান ভাগ স্কুললৈ গৈছে, গাঁৱে ভূঞে যাতায়াতৰ কি সুবিধা হৈছে, চিকিৎসা ব্যৱস্থা কিমান উন্নত হৈছে, কামত নিযুক্ত হ'ব খোজা সকলো লোকেই কাম পাইছেনে নাই ইত্যাদি কথাবো হিচাব কৰাৰ প্ৰয়োজন। এই সমস্ত কামতে সুফল দেখুৱাবলৈ হ'লে কৃষি আৰু শিল্প উৎপাদন বৃদ্ধি কৰাৰ প্ৰয়োজন। উৎপাদন বৃদ্ধি হ'লে জনসাধাৰণৰ প্ৰকৃত আয় (অৰ্থাৎ বস্তুৰ মাপত হোৱা আয়) বাঢ়িব আৰু চৰকাৰৰো খৰচ কৰিব পৰা ক্ষমতা বৃদ্ধি পাব। বস্তুৰ মূল্যৰ সঘনে উত্থান পতন নহ'লে আৰু দেশত দুৰ্নীতি

আৰু কুশাসন নহ'লে জনসাধাৰণেও জাতীয় উন্নয়নত সহযোগ কৰিবলৈ অনুপ্ৰাণিত হ'ব। জনসাধাৰণক অনুপ্ৰাণিত কৰিব পৰাকৈ আমাৰ কৃষি, শিল্প, শিক্ষা, ব্যৱসায় আদি বিভিন্ন দিশত উন্নয়নৰ বাবে উপযুক্ত নেতৃত্বৰ প্ৰয়োজন। দেশত কিছু সংখ্যক নিঃস্বাৰ্থ কৰ্মী নোলালে এনে নেতৃত্ব দিয়া সম্ভৱ নহয়। চৰকাৰী চেষ্টাৰ লগতে বেচৰকাৰী প্ৰচেষ্টাৰ সংযোগ হ'লেহে দেশৰ প্ৰকৃত আৰ্থিক উন্নয়ন সম্ভৱপৰ। নেতৃত্ব দিব পৰা কৰ্মী আহিব লাগিব চৰকাৰী কৰ্মচাৰীসকলৰ মাজৰপৰা, ৰাজনৈতিক নেতাৰ ভিতৰৰপৰা, সমাজ সেৱকৰপৰা, শিল্প উদ্যোক্তা সকলৰপৰা আৰু নতুন ব্যৱস্থা অবলম্বন কৰি অধিক উৎপাদন দেখুৱাব পৰা খেতিয়কৰ মাজৰ পৰা। বলিষ্ঠ নেতৃত্বৰ অভাৱত দেশত অনুপ্ৰেৰণাৰ অভাৱ ঘটিছে আৰু তাৰ ফলত আমি আমাৰ স্বাধীনভাৱে উন্নয়নমূলক কাম কৰাৰ আস্থা হেৰুৱাইছোঁ আৰু সকলো কামতে উদাসীন হৈ চৰকাৰৰ মুখাপেক্ষী হৈ পৰিছোঁ। এই দুৰৱস্থাৰ অৱসান কৰিব নোৱাৰিলে উন্নয়ন কাৰ্য্যৰ গতিবেগ দ্ৰুততৰ কৰিব পৰা নাযাব।

# ৰাজঘাট দেখাৰ পাচত

আনন্দচন্দ্ৰ বৰুৱা

ৰাজঘাট নৌ দেখোঁতেই
দেখিছিলোঁ কোনোবা এজন
অৰ্ধনগ্ন ফকিৰ
যমুনাৰ বুকুত আছে
থিয় হৈ।
প্ৰেমৰ যমুনা
তেওঁৰে চৰণ চুই
গৈ আছে বৈ।
হাতত লাখুটি লৈ
প্ৰাণ-হৰা হাঁহিটি বিলাই
দেখিছিলোঁ বাপুজীহে সেয়া
জীৱন্ত মূৰুতি এটি
মহা-মানৱৰ। ....

ৰাজঘাট দেখাৰ পাচত—
দেখোঁ,
বিৰলাৰ উদ্যানত
সেউজীয়া দূবৰি বনত
বুকুৰ তেজেৰে লিখি
এটি নাম,
হাঁ ৰাম।

মানৱী বাপুজী আহি
যমুনা বালিত
সমাধিস্থ হ'ল !
সমাধি–বেদীৰ গৰ্ভ
সমাধিস্থ বাপুজীৰ
সপোন জ্যোতিৰে
চিৰজীৱী হ'ল—
জগতৰ বৰেণ্য সকল
আহি আহি
পাহি পাহি ফুল-পাত দি
ঘূৰি ঘূৰি তাতেই
কৰিছে প্ৰণাম—
সমাধি বুকুত গুম্ গুম্ কৈ
গুজৰিছে এটি ধ্বনি—
হাঁ ৰাম !
হাঁ ৰাম !

# ফাগুন

নলিনীবালা দেৱী

ফাগুনৰ ফুলা ফুলে
ফুলৰ সঁফুৰা বাকি
ওপচাই তোলা নাই
জীৱনৰ মাধুৰী লগন,
ধুনীয়া ধৰণীখনি
ফাগুনী ৰঙত হাঁহি
ৰঙীনলো হোৱা নাই মন ।
ধৰণীৰ কুঞ্জে কুঞ্জে
কুসুম বনৰ
ফাগুনী বতাহে আনে
ফাগুনৰ মধু নিমন্ত্ৰণ,
ৰঙা পচোৱাই মাতি
কৈ যায় কাণে কাণে
শুনা বন্ধু ! আহিছোঁ আকৌ
উমলিম আকৌ তোমাৰ স'তে
প্ৰাণে প্ৰাণে ৰং সানি দিম
বনে বনে গাম গীত
মউ মাত বিহগী কণ্ঠত
ভোমোৰাৰ গুণ্-গুণ্
নাচনৰ ৰুণ্-জুন্

শুনিবাচো কাণ পাতি
নৃত্য মোৰ মনৰ মাজত।
ধুনীয়া ধৰাৰ প্ৰিয় মই
ৰূপহ ফাগুন
ফুল মোৰ সহচৰী
পৃথিৱীৰ পুষ্প প্ৰাঙ্গণত।
বাসন্তীৰ সমীৰ বুলাই
ফুলৰ টোপনি ভাঙো
ফুলবোৰে সাৰ পাই
মাতে মোক কাষলৈ
মৰমৰ দিয়ে আলিঙ্গন
ফুল মালাকাৰ মই
ধৰণীক সজাওঁ ৰঙেৰে
পিন্ধাওঁ কুসুম অলঙ্কাৰ
বসন্তৰ দূত মই ৰূপহ ফাগুন।
সৃষ্টিৰ সুৰভি বাকি
জীৱনৰ জগাওঁ চেতন
মোৰ সুৰে পখীবোৰে
ধৰে গীত উলাহ মগন।
স্বপ্নাতুৰা বননিৰ
ৰাঙলী আঁচল ধৰি
মুঠি মুঠি সিচোঁ ফাকুওৰি
কৃষ্ণচূড়া পলাশৰ
ৰঙে ৰঙা ৰভাপাতি
জীৱন চেতনা আনো
বিচাৰি বিচাৰি।
বলিয়া ফাগুন মই
ভাল পাওঁ জীৱনৰ গান
শুনা পাবা নৃত্য-ছন্দ মোৰ
বকুল বনত
উদ্দাম চেতনা পাই
আন্ধাৰ পলাই যায়
শুকান ধৰণী হয়
ৰঙতে ৰাঙলী
মোৰ এই দুদিনীয়া
চঞ্চল খোজত।

# সৃষ্টি-মহিমা

বিনন্দচন্দ্ৰ বৰুৱা

শব্দই তোমাৰ কৰিলে স্তব্ধ
ৰূপত হ'লোঁ যে মুগ্ধ,
তুমি আছা কিন্তু সবাতে ওপঙি
নিৰ্গুণ সত্য শুদ্ধ।
তোমাৰ পৰশে জোন বেলি জ্বলি
ধৰাত ফুলাই জীৱন-ফুল,
নীল আকাশত বিকশি উঠিছে
লক্ষ লক্ষ তৰাৰ থূল।
দিয়া, থোৱা, নিয়া সকলো তোমাৰ
গুপুত সত্য নিহিত তাত,
তুমি কতবাৰ পাতিছা ভাঙিছা
তুমিয়ে ৰচিছা তোমাৰ নাট।
জ্ঞান বিৰিখৰ গুটি খাই নৰে
নিজৰ শকতি চেৰাই যায়
বিচাৰি গুপ্ত সৃষ্টি মন্ত্ৰ
—সেয়ে পৃথিৱীত শান্তি নাই,
ভাগৰিছা তুমি বিশ্ব-বিধাতা
চগা-প্ৰকৃতিৰ মানুহ চাই,
অসীম জীৱৰ অসীম হেঁপাহ
সন্তোষৰ তাৰ অন্ত নাই,
এটি দুটি কৰি অস্ত্ৰ বিচাৰি
নিজৰ ধ্বংস নিজে চপাই,

বুজিও নুবুজি অবুজ মানুহে
বিপদ বিচাৰি নিজেই যায়।
মানুহে কৰিব, মানুহক নাশি
কৌটি যুগৰ সাহোন নাশ,
কালৰ বিভৱে কালৰ দেৱতা
ৰুদ্ৰ ৰূপেৰে কৰিব গ্ৰাস,
নিৰ্গুণে থাকি, আঁতৰত বিধাতা
মানুহক নিজে কৰিছা আগ,
মায়াৰ মানুহে ছাঁয়া খেদি খেদি
ধ্বংস লীলাৰ বিচাৰে ভাগ।
সুৰে ভৰি কঢ়া মানুহে যেতিয়া
নিজেই সৃষ্টি কৰিব ধ্বংস,
নতুন যুগক সূচাই আহিব
নতুন মানুহ বিধিৰ অংশ,
সৃষ্টি-মহিমাৰ গুপুত সত্য
ইয়ে অতুল সাম্য,
পালিব লাগিব জগত যেতিয়া
পালকৰো এয়ে কাম্য।

# চেক্সপীয়েৰৰ চনেট

অমলেন্দু গুহ

(৭৪)

তথাপি নিশ্চিন্ত থাকা; যেতিয়া যমৰ পিয়াদাই
ধৰি ল'ই যাব মোক, জামিনৰ সুযোগে নাপাম,
তেতিয়াও মোৰ স্বত্ব গাত ল'ই এই কবিতাই
সদায় তোমাক লগ দিব, হ'ই স্মৃতিৰ মৈদাম।
তুমিতো উমান পাবা এইফালে চাই পঢ়িয়ালে :
সমগ্ৰ সত্তায়ে মোৰ তোমালে' উছৰ্গা উপহাৰ,
ধূলিৰ প্ৰাপ্য যি ধূলি সেইখিনি ধূলিতে মিলালে,
অস্তিত্বৰ মহত্তৰ অংশ যেই আত্মা সি তোমাৰ।
তুমি হেৰুৱালা মাথোঁ জীৱনৰ এলাগি পেলনি,
পোকে খুলি খুলি খোৱা মোৰ এই শৱ মলময়;
পাষণ্ডৰ অতৰ্কিত ছুৰীৰ চিকাৰ দেহখনি
সামান্য তোমাৰ বাবে, স্মৰণীয় মুঠেই নহয়।

আধাৰ তো মূল্যহীন, আধেয়ই তাক মোল দিয়ে,
এই কবিতাত সেই আধেয় তোমাৰ স'তে জীয়ে ॥*

---

* এধাৰ শাৰীত অততায়ীৰ হাতত মৃত্যু হোৱাৰ ভয় প্ৰকাশ পাইছে বুলি বহুতে অনুমান কৰে।

# অলকাৰ নিমন্ত্ৰণ

হিৰণ্যকুমাৰ শৰ্মা

জীৱনৰ গোলাপী গন্ধ হেৰাই যোৱা
এক দুৰ্গম বননিত অলকাৰ স'তে মোৰ দেখা
অবাঞ্ছিত এথোপা মৰুফুল আৰু মহাৰুদ্ৰ চেতনাৰে
নিমন্ত্ৰণ কৰিলে মোক।
অন্তিম প্ৰলাপ য'ত সুৰ হৈ গান হয়,
আদিম তৃষ্ণা য'ত অশোক-প্ৰস্তৰ,
তাতেই আসন মোৰ অলকা আপ্যায়ন।
মৰিলে ছাঁই হৈ যোৱা শ্মশানৰ বতাহে
কোনোবা নাৰীৰ কপালত সানিলে নিৰপেক্ষ উন্মাদনা।
উন্মাদনা শান্ত হ'ল, অলকাক বেথা কৰি দিলে।
অলকা অহল্যা হ'ল।
মাটিৰ পৃথিৱীত চলিল সুৰা-অন্বেষণ,
চেতনাৰ জলধিত চলিল অশান্ত উৰ্মি,
অলকা ৰূপৱতী হ'ল।
সৎকাৰ হ'ল অপ্ৰয়াসে মাটি আৰু চেতনাৰ
পৃথিৱীৰ মৰমবোৰ বগা হৈ গ'ল।

# মথুৰা ডাক্তৰ

( চে'খফৰ ছাঁ লৈ )

হীৰেন গোহাঁই

মফছল চহৰ চন্দনপুৰলৈ নতুনকৈ অহা মানুহে যেতিয়া চহৰখনৰ বা-বতাহ আমনি লগা বা ৰং-ৰহইচ নোহোৱা বুলি আপত্তি কৰিছিল, তেতিয়া স্থানীয় মানুহে নিজা চহৰখনৰ গুণ বখানি কৈছিল যে চন্দনপুৰ এক্কো বেয়া ঠাই নহয়। চহৰখনত লাইব্ৰেৰী, থিয়েটাৰ, সঙ্ঘ একোৰে অভাৱ নাই। তাৰ ভদ্ৰ সমাজত মিলা-মিছা কৰিবলৈকো সহজ। ৰুচিবান আৰু অমায়িক পৰিয়াল কেইবাঘৰো আছে যাৰ লগত চা-চিনাকি হৈ লব পাৰিলে দিন ভালেই যায়। তাৰ ভিতৰত কি ৰুচিত, কি কৃষ্টিত কাকতীহঁতৰ ঘৰখনকে জাকত জিলিকা বুলি সকলোৱে আঙুলিয়াই দিছিল।

কাকতীহঁতৰ ঘৰটো আছিল ই-এ-চিৰ ঘৰৰ কাষতে। বীৰেন কাকতী আছিল এজন থূলন্তৰ দেখনিয়াৰ মানুহ—একোছা বঢ়িয়া গোঁফেৰে। কোনো সজ উদ্দেশ্যেৰে চখৰ থিয়েটাৰ পতাত তেওঁ আছিল আগৰণুৱা। তাত তেওঁ নিজেও ৰিটায়াৰ্ড ডি-এচ-পিৰ ভাও লৈ কুহুৰ কুহুৰ কাহি বেছ হাত চাপৰি পাইছিল। তেওঁ মজলিচ্ জমাব পৰা মানুহ, অজস্ৰ হাঁহি উঠা গল্প, ফকৰা-যোজনা, সাঁথৰ জানিছিল তেওঁ। খুহুতীয়া মানুহ হিচাবে জনাজাত হ'বলৈ তেওঁৰ বৰ ধাউতি আছিল আৰু ধেমেলীয়া কথা কৰৰ সময়ত ইমান গহীন হৈ থাকিব পাৰিছিল যে তেওঁ ধেমালি কৰিছেনে সচাকৈ কৈছে ধৰাই টান আছিল। শ্ৰীযুতা কাকতী ক্ষীণ, চছমা পিন্ধা আৰু ধুনীয়া চেহেৰাৰ। তেওঁৰ চখ্ আছিল গল্প-উপন্যাস লিখা আৰু সেইবোৰ আলহীৰ আগত পঢ়ি শুনোৱা। জীয়েক অমিয়াৰ আকৌ চেতাৰত বৰ বাপ। মুঠতে ঘৰখনৰ প্ৰত্যেকৰে কিবা নহয় কিবা এটা

গুণ আছিল। কাকতীহঁতে আলহী অতিথিক বৰ আদৰ সাদৰ কৰিছিল আৰু খোলামনে নিজৰ নিজৰ গুণ আলহীৰ আগত প্ৰকাশ কৰি দেখুৱাইছিল। তেওঁলোকৰ পকীঘৰটো গৰমৰ দিনতো ঠাণ্ডা আৰু জুৰ পৰি থকা ধৰণৰ আছিল। বসন্ত কালত তেওঁলোকৰ বাগানৰ ওখ আঁহত জোপাত সখীয়তীৰ মাত শুনি আলহী সকল বিশেষকৈ আপ্যায়িত হৈছিল। ঘৰৰ আগত বৰ যত্নকৈ এশাৰী বিজুলী বাঁহ বোৱাইছিল কাকতীয়নীয়ে; বৰষুণ বতৰত খিৰিকীৰে চাই থাকিলে চকু জুৰায়। আলহী-দুলহী ঘৰলৈ আহিলে পাক-ঘৰৰপৰা কাপ-চামুচৰ শব্দ আৰু পিয়াঁজ ভজাৰ গন্ধ ভাহি আহি জুতিলগা আৰু প্ৰচুৰ আহাৰ্য্য যুগুত হোৱাৰ খবৰ দিছিল।

মহকুমা হাস্পটালখন চহৰৰপৰা কিছু দূৰত। মথুৰামোহন মজুমদাৰ হাস্পটালৰ ডাক্তৰ হৈ অহাৰ লগে লগে মানুহে তেওঁক ক'লে চন্দনপুৰৰ কাকতীহঁতৰ কথা। এদিন ফাগুনমহীয়া বাটত কাকতীৰ লগত চিনাকি হ'ল। বহুপৰ কথা-বতৰাও হ'ল। চন্দনপুৰৰ কথা, ৰাজনীতিৰ কথা, হাস্পটালৰ কথা। বিদায় লবৰ সময়ত কাকতীয়ে ডাক্তৰক ঘৰলৈ নিমন্ত্ৰণ কৰি গ'ল। বহাগৰ বন্ধৰ দিনাখন ডাক্তৰ চন্দনপুৰলৈ ওলাল— অলপ আমোদ-প্ৰমোদৰ বাবে, কিবা বজাৰ-সমাৰো কৰিব লগা আছিল হ'বলা। এটা গানৰ সুৰ গুণগুণাই ডাক্তৰে লাহে লাহে খোজ দিলে—

কঁপালতে তোৰ
কোনে আঁকি দিলে
ইন্দ্ৰধনু উ উ উ........

চহৰৰ হোটেলত তেওঁ দুপৰীয়াৰ সাজ খালে। তাৰ পাচত বজাৰ কৰি আহি জেন্‌কিন্‌চ্ মেমৰিয়েল পাৰ্কত ফুৰোঁতে ফুৰোঁতে হঠাতে কাকতীৰ নিমন্ত্ৰণৰ কথা মনত পৰিল। ভাবিলে, দেখাই যকচোন মানুহৰ কেনেকুৱা?

"আবে' আবে' ডাক্তৰ চাহাব যে! আহক, আহক কিবা বোলেনে।" কাকতীয়ে স্ফূৰ্তিৰ চিঞৰ এটা মাৰি তেওঁৰ হাতত ধৰি আগবঢ়াই নিলে থিয় নিমজ খটখটীয়েদি।

"এয়া হ'ল মোৰ অৰ্ধাঙ্গিনী! মায়া, শুনিছা, মই ডাক্তৰক কওঁ যে দিনটো বেমাৰীৰ ওচৰত জপি থকাটো ভাল কথা নহয়। আজৰি সময়ত অলপ মিলা-মিছাও কৰিব লাগে। মানুহ গহীনা হ'লে বেয়া। তুমি কি কোৱা?"

শ্ৰীমতী মায়া কাকতীয়ে ডাক্তৰক ওচৰতে বহুৱাই ধেমালিৰ সুৰত কলকলালে, "ইয়াতে বহক, ইয়াতে। পিছে চাবদেই, আমাৰ এখেতৰ আকৌ



খিয়াল লাগিব পাৰে। দুই নম্বৰ অখেল' একেবাৰে।"

শ্ৰীযুতা কাকতী বি-এ পাছ।

"দুষ্টা ছোৱালী!" আদৰৰ ধমক এটা দিলে কাকতীয়ে। তাৰ পাচত ডাক্তৰলৈ চাই ক'লে, "আমাৰ শ্ৰীমতীয়ে যি এখন প্ৰচণ্ড উপন্যাস লিখিছে! আজি পঢ়ি শুনাব নহয়।"

"Biren! Let's have some tea" শ্ৰীমতী কাকতীয়ে আধুনিক ধৰণে গিৰীয়েকক ক'লে।

তাৰ পাচত মথুৰা মজুমদাৰৰ লগত অমিয়াৰ চিনাকি কৰি দিয়া হ'ল। সোতৰ ওঠৰ বছৰমান হ'ব বয়স। নাকৰ গঢ়ৰ, ল-নি আৰু ৰূপহী। মুখৰ ভাবত এতিয়াও কৈশোৰৰ ছাপ, গাৰ গঠন কোমল, উঠন বুকুত যেন বিহুৰ বিণা সুৰ, বহাগৰ মাদকতা।

চাহৰ লগত ধক্‌ধককৈ বগা ৰসকৰা, ক্ষীৰৰ সন্দেশ আৰু তুলাপাতৰ দৰে লাহী তিল পিঠা। গধূলি হৈ অহাৰ লগে লগে আন আন আলহীও আহি পালে। হাঁহি মুখে প্ৰত্যেককে কাকতীয়ে সম্ভাষণ জনালে, "আবে' আবে'—যে! আহক! আহক!"

তাৰ পাচত আটায়ে চকুৰে মুখে গাম্ভীৰ্য্য আনি ড্ৰইংৰুমত বহিল আৰু শ্ৰীযুতা কাকতীয়ে তেওঁৰ উপন্যাসখন পঢ়িবলৈ আৰম্ভ কৰিলেঃ "দাৰ্জিলিঙত সেই বছৰ বৰ জাৰ........"

বহল খিৰিকীবোৰেদি পাকঘৰৰপৰা পিয়াঁজ ভজাৰ গন্ধ আৰু নানা তৰহৰ খুটুং খাটাং শব্দ ভাহি আহিছিল। কোমল দ চোফাত গা এৰি দি বৰ আৰাম লাগিছিল। ড্ৰইংৰুমৰ স্নিগ্ধ পোহৰত যেন কিহবাৰ উলাহৰ জেউতি, গধূলিৰপৰা যুতি আৰু ৰজনীগন্ধাৰ গন্ধ, দূৰৰ আলিবাটৰপৰা আনন্দ আৰু হাঁহি-ধেমালিৰ কোৰ্হাল। দাৰ্জিলিঙৰ কুঁৱলীত অভাৰ কোটেৰে সৰ্বশৰীৰ ঢাকি ভাবত মগ্ন হৈ খোজ দিয়া বাটৰুৱাৰ কথা এনে পৰিবেশত কল্পনা কৰা টান। শ্ৰীমতী কাকতীয়ে পঢ়ি গ'ল, বঙ্গদেশৰ জমিদাৰ দুহিতাৰ কাহিনী। জনসাধাৰণৰ কল্যাণৰ হকে তেওঁ গাঁৱলৈ আহি কেনেকৈ স্কুল চলালে, হাস্পটাল খুলিলে। অৱশেষত অসমৰ নামহীন শিল্পীৰ লগত তেওঁৰ কেনেকৈ গাঢ় প্ৰেম হ'ল।......'মহান' 'বিভোৰ' 'অন্তৰঙ্গ' 'আকাশৰ নীলাবোৰ' 'বননীৰ সেউজবোৰ' 'ফাগুনৰ জুই' 'অভিভূত' প্ৰভৃতি শব্দ লগাই কাহিনীটো পঢ়িলে শ্ৰীমতী কাকতীয়ে। বাস্তৱ জীৱনত কোনোদিনে নঘটা ঘটনা, কিন্তু শুনিবলৈ বৰ ভাল লাগিছিল— বৰ আৰাম। আৰু ইমান মিঠা ভাব মনলৈ আহিছিল যে উঠিবলৈকে সং নগৈছিল।

"বেয়াৰাম নহয় দেই।" সকলৈকে মাত দিলে কাকতীয়ে। এজন আলহীয়ে শুনিলে। তেওঁৰ মনত তেতিয়া দূৰদূৰণিৰ মিঠা সপোন জিক্‌মিকাই আছিল। চকু মুদা অৱস্থাতে তেওঁ সমিধান দিলে,

"এৰা দেই—"

এঘণ্টা সময় এনেকৈ পাৰ হ'ল। ওচৰতে জেন্‌কিন্‌চ্ মেমৰিয়েল পাৰ্কৰপৰা ভাহি আহিল মিলিটেৰী বেণ্ডৰ সুৰ আৰু কোনো এজন বিহ্বলিয়া চেনমীয়াৰ গীতৰ দুৰ্বল ঢৌ— "ধনে ধনে কৰি ধনকে ঘটিলোঁ...." উপন্যাসত নথকা আৰু বাস্তৱ জীৱনত ঘটা ঘটনালৈ গীত ফাকিয়ে আটাইৰে মনত পেলালে। সকলো সচকিত হৈ ৰহিল।

"আপুনি আলোচনীলৈ গল্প-চল্প পঠাইনেকি?" কাকতীয়নীক সুধিলে মথুৰা মজুমদাৰে।

"ওঁহো, মই গল্প লিখি ভাল পাওঁ। কিন্তু প্ৰকাশ নকৰোঁ। নাম কৰাৰ ইচ্ছা মোৰ নাই, টকাৰো বিশেষ দৰকাৰ নাই। প্ৰকাশ কৰিম কেলৈ?"

কিবা কাৰণত আটায়ে হুমুনিয়াহ কাঢ়িলে। কাকতীয়ে ক'লে, "অমিয়া, কিবা গৎ-চৎ এটাকে বজাচোন আই।"

মহাৰ্ঘ কাপোৰৰ পোছাকটোৰপৰা চেতাৰখন মোকলাই তাঁৰত হাত দিলে অমিয়াই।

একান্ত মনেৰে বজালে অমিয়াই, প্ৰায় যোদ্ধাৰ দৰে মনোযোগ আৰু বিক্ৰমেৰে। ঠুংঠাং শব্দৰ জাল ঘন হৈ অহাৰ লগে লগে তেওঁৰ কান্ধ, বুকু আৰু আন আন অঙ্গ-প্ৰত্যঙ্গত কঁপনি উঠিল। তাৰ পাচত ঝঙ্কাৰ তুলি অমিয়াই ড্ৰইংৰুমটো যেন ভৰাই দিলে......মজিয়া, ঘৰৰ চকী মেজ, ঘৰৰ চিলিং পৰ্য্যন্ত যেন তাৰ ঝনঝনিত ডুব গ'ল। কিবা টান ৰাগ-ৰাগিণী বজাইছিল অমিয়াই। কচৰৎ বেচি বাবেই হবলা তাৰ বাহাদুৰী, বৰদীঘল আৰু আমনি লগা। শুনি শুনি মজুমদাৰৰ ভাব হ'ল যেন বৰ ওখ পাহাৰৰপৰা শিলগুটি সৰি পৰিছে অজস্ৰ, বাগৰি আছে....বাগৰি আছে.... আনহাতে আকৌ অমিয়াৰ দেহলতাই, অমিয়াৰ পৰিশ্ৰমত সেন্দূৰীয়া হোৱা মুখে আৰু কঁপাললৈ পিছলি অহা এগুচি চুলিয়ে মথুৰা মজুমদাৰৰ মনত পুলকৰ ঢৌ তুলিলে। হাস্পটালত দিনৰ পাচত দিন বেমাৰী আৰু অমাৰ্জিত হালোৱা-চহা মানুহৰ মাজত কটোৱা ডাক্তৰ মজুমদাৰে ড্ৰইংৰুমত আৰামেৰে বহি ভৰ-যৌৱনা, সম্ভ্ৰান্ত ৰুচি আৰু নিষ্কলুষ তৰুণীৰ সঙ্গীত চৰ্চা চাবলৈ পাই বিস্ময় আৰু আনন্দত মগ্ন হ'ল। শাস্ত্ৰীয় সঙ্গীতৰ ঝঙ্কাৰে তেওঁৰ কাণত খুটিতাল বজালেও তেওঁ অনুভৱ কৰিলে এই ঝঙ্কাৰ মাৰ্জিত আৰু সুৰুচিসম্মত।



"অমি, আজি বৰ ভাল বজালি তই।" সজল চকুৰে মন্তব্য কৰিলে কাকতীয়ে। অমিয়াৰ বজোৱা হ'লত আটায়ে যেবি ঘবি অভিনন্দন জনালে অমিয়াক। "চমৎকাৰ! অপূৰ্ব!" অমিয়াই ওঁঠৰ কোণত হাঁহি লৈ নিমাতে শুনিলে, কিন্তু তেওঁৰ সৰ্ব শৰীৰত ফুটি উঠিল বিজয়িনী ভঙ্গী। সমজুৱাৰ উচ্ছ্বাসত সকলো পাহৰি মজুমদাৰেও বাঃ বাঃ দিলে।

"বৰ মিঠা হাত আপোনাৰ। ক'ত শিকিছে আপুনি? লক্ষ্ণৌত নেকি?"

"নহয়, মই লক্ষ্ণৌলৈ যাবলৈ প্ৰিপিয়াৰ কৰিহে আছোঁ। এতিয়া ইয়াৰে বিভূতি চৰকাৰে মোক শিকাই আছে।"

শ্ৰীমতী কাকতীয়ে মাত দিলে, "নাই নাই, আমাৰ অমি বৰ ভাল ছোৱালী নহয়। অমিয়ে বৰ ভাল পায় মোক। পাপাক আৰু মোক এৰি অমি লক্ষ্ণৌলৈ নাযায় কেতিয়াও।"

"মই যামেই, যাম্—মেই।" কিশোৰীৰ আদৰুৱা সুৰত হাত ভৰি এছাৰিলে অমিয়াই।

নৈশ ভোজৰ সময়ত কাকতী চাহাবে দেখুৱালে তেওঁৰ কেৰামতি। কেৱল চকুৰে হাঁহি, মুখত অকণো ভাঁজ নমাকৈ তেওঁ প্ৰচুৰ মজাৰ গল্প কলে, ফকৰা-যোজনা উলিয়ালে, সাঁথৰ ভাঙিলে তেওঁৰ অভ্যস্ত এক অদ্ভুত ভাষাত। 'বেয়াৰাম' 'প্ৰচণ্ড' 'শূন্যবাদ ডাঙৰীয়া' আদি শব্দ খটুৱাই।

সেয়েই নহয়। খাই-বৈ উঠি আলহীসকল যেতিয়া ড্ৰইংৰুমত সোমালহি আৰু সুগন্ধী মছলা দিয়া তামোল-পাণ চোবাই যাবলৈ ওলাল, কাকতীয়ে ঘৰৰ লগুৱা ল'ৰা গেঠুক মাতি পঠালে। পিন্ধন উৰণত ফিট্‌ফাট্ ল'ৰা গেঠু। ক'লে, "গেঠু, যাত্ৰাৰ বচন এফাঁকি মাতচোন।"

গেঠুৱে দুহাত তুলি নাটকীয় ভঙ্গীত চিঞৰিলে,

"দুৰ্ভাগিনী নাৰী! তেন্তে কৰা তুমি
মৰণ বৰণ।"

আটায়ে গিৰ্জনি মাৰি হাঁহিলে।

"সচাকৈ বৰ ৰঙিয়াল ঘৰ দেই।" মজুমদাৰে বাস্তাত ওলাই ভাবিলে। হোটেলৰপৰা কিনা টোপোলাটো গোটাই মজুমদাৰে খোজ কাঢ়িয়েই হাস্পটালৰ বাট ধৰিলে। ওৰে বাটে তেওঁ গুণ গুণালে—

"সুৰৰ জিঞ্জিৰি পিন্ধালি তই মোক
সুৰৰে জিঞ্জিৰি........।"

ছমাইল বাট খোজ কাঢ়ি আহি তেওঁ যেতিয়া বিছনাত পৰিলহি তেওঁৰ অকণো ভাগৰ লগা নাছিল। আনকি তেওঁৰ মনত ভাব হৈছিল যে আৰু কুৰি মাইল বাট তেওঁ হেলাৰঙে খোজ কাঢ়ি আহিব পাৰে।

"বেয়াবাস নহয় কিন্তু!" তেওঁ ভাবিলে আৰু হাঁহি হাঁহি টোপনি গ'ল।

( ২ )

কাকতীহঁতৰ ঘৰলৈ আকৌ যাম যাম বুলি থাকোঁতেই এটা বছৰ পাৰ হৈ গ'ল। হাস্পটালত কামৰ হেচা বৰ বেচি। এনেতে এদিন চন্দন-পুৰৰপৰা এটা আকাশীৰঙৰ লেফাফাত চিঠি আহিল এখন।

শ্ৰীমতী কাকতীৰ মূৰৰ বিষ আছিল। এতিয়া অমিয়াই লক্ষৌলৈ যাবলৈ আব্দাৰ ধৰাত ঘনাই উক দিবলৈ ধৰিছে। চহৰৰ সকলো ডাক্তৰেই চাইছে, বাকী আছে কেৱল মহকুমা হাস্পটালৰ মথুৰা মজুমদাৰ। তেওঁ যেন দহ-বন কাতি কৰি থৈ আহি শ্ৰীমতী কাকতীৰ কষ্ট লাঘৱ কৰেহি। মজুমদাৰ গ'ল। আৰু তাৰ পিচৰপৰা তেওঁক ঘনাই কাকতীৰ বঙলাত দেখা গ'ল। তেওঁ শ্ৰীমতী কাকতীৰ বিষ কিছু উপশম ঘটালে আৰু কাকতীয়নীও আলহীৰ আগত তেওঁৰ প্ৰশংসাত পঞ্চমুখ হ'ল। কিন্তু এতিয়া আৰু মজুমদাৰে কেৱল কাকতীয়নীৰ চিকিৎসাৰ বাবেই তেওঁ-লোকৰ ঘৰলৈ অহা যোৱা নকৰে।

সেইদিনা কিবা উপলক্ষে বন্ধ আছিল। অমিয়াই দীঘলীয়া ভাগৰ-লগা কিবা এটা গৎ বজালে চেতাৰত। তাৰ পাচত চাহ খোৱা পৰ্ব। কাকতী চাহাবে ধেমেলীয়া গল্প ক'লে এটা। এনেতে কলিং বে'লটো বাজি উঠিলত আলহী আদৰিবলৈ কাকতী উঠি গ'ল। সেই খন্তেকীয়া গোলমালৰ সুযোগতে কঁপা মাতেৰে অমিয়াৰ কাণত ফুচ্ফুচাই মথুৰা মজুমদাৰে ক'লে,

"ভগবানৰ দোহাই! মোক আৰু যন্ত্ৰণা নিদিবা। আহা, আমি বাগানলৈ যাওঁ। বলাচোন!"

ডিঙিটো বেঁকা কৰি কঁপাল অলপ কোঁচ খুৱালে অমিয়াই যেন মথুৰাৰ কথা তেওঁ ভালদৰে বুজা নাই। কিন্তু অৱশেষত থিয় দি বাগানৰ ফালে ওলাল। পিচে পিচে আহি মথুৰা ডাক্তৰে ক'লে,

"তুমিতো চে'তাৰ বজাইয়ে দিনে তিনি চাৰি ঘণ্টা সময় কটাইছা। তাৰ পাচত মাৰাৰ লগ নেৰাই। তোমাৰ লগত কথা পতাৰ চেলুকে নোপোৱা হ'লোঁ। মোক পোন্ধৰ মিনিট সময় দিয়া অন্ততঃ। মই কাবৌ কৰিছোঁ তোমাক।"

শৰৎ কালৰ বাগান নিজম আৰু বিষণ্ণ হৈ পৰি আছিল। বুলনি-বাটৰ ওপৰত ৰাশি ৰাশি বিবৰ্ণ সৰাপাত। সোনকালে গধূলি হৈ আহিছিল।



"মই আজি তোমাক এসপ্তাহ দেখা নাই"—মজুমদাৰে কৈ গ'ল। "আৰু তুমি যদি বুজিলাহেঁতেন সেই কষ্ট কি বস্তু! বহাচোন বহা ইয়াতে। মোৰ কথা শুনা অকমান।"

বাগানৰ এচুকত তেওঁলোকৰ প্ৰিয় বহা ঠাই আছিল এটুকুৰা, কৰবী জোপাৰ তলত এটা বহল নিমজ শিল। তাতে বহিল দুয়ো।

"আপোনাক কি লাগে মই বুজা নাই।" নিৰস আৰু দৈনন্দিক সুৰত অমিয়াই উত্তৰ দিলে।

অমিয়াৰ চঞ্চল সজীৱভাবে, চকু-মুখৰ সৰলতাই ডাক্তৰক তীব্ৰভাৱে আকৰ্ষণ কৰিছিল। এনেকি অমিয়াৰ পিন্ধা সাড়ীখন যিদৰে কান্ধত আৰু কঁপালত পৰি আছিল তাতো মজুমদাৰে অতি মোহলগা মৰমলগা কিবা সৰলতা আৰু মাধুৰী দেখিছিল। আনহাতে আকৌ তেওঁৰ ধাৰণা হৈছিল যে বয়সৰ তুলনাত অমিয়াৰ বুদ্ধি ঢেৰ পূৰ্ঠ। শিল্প, সাহিত্য যিহকে মন যায় তাৰে বিষয়ে মথুৰা মজুমদাৰে তেওঁৰ লগত কথা পাতিব পাৰিছিল। তেওঁৰ আগতে জীৱন সম্পৰ্কে নানা দাৰ্শনিক মন্তব্য কৰিব পাৰিছিল, আন আন মানুহৰ বিষয়ে আপত্তি কৰিব পাৰিছিল। অৱশ্যে গহীন কথা-বতৰাৰ মাজতে কেতিয়াবা হঠাতে অমিয়াই হাঁহি দিছিল বা ভিতৰলৈ হঠাতে লৰ মাৰিছিল। ওচৰ চুবুৰীয়া আন ছোৱালীৰ দৰে অমিয়াই বৰ কিতাপ পঢ়িছিল। (চন্দনপুৰৰ মানুহৰ কিতাপ পঢ়াৰ বৰ অভ্যাস আছিল। লাইব্ৰেৰীৰ মানুহে কৈছিল যে ছোৱালী আৰু বঙালী মানুহ নোহোৱা হ'লে লাইব্ৰেৰীত কাহানিবাই তলা লাগিলহেঁতেন।) সেই কথাই মজুমদাৰক অশেষ তৃপ্তি দিছিল। বৰ আগ্ৰহেৰে তেওঁ সদায় অমিয়াক সুধিছিল, যোৱা কেইদিন অমিয়াই কি পঢ়িলে আৰু অমিয়াৰ মন্তব্য শুনিছিল পুলকিত হৈ।

"যোৱা সপ্তাহত কি পঢ়িলা তুমি? কোৱাচোন।"

"বনফুল।"

"বনফুলৰ কি লিখা?"

"স্থাবৰ।" উত্তৰ দিলে অমিয়াই। "বনফুলৰ আচল নামটো ইমান হাঁহি উঠে শুনিলে—বলাইচাঁদ মুখোপাধ্যায়।"

"ক'লৈ যোৱা তুমি?" হঠাতে অমিয়া উঠি ঘৰৰ ফালে যোৱা দেখি উচাপ খাই উঠিল মথুৰা মজুমদাৰ। "ৰবাচোন অকণমান ৰবা। মই এটা জৰুৰী কথা কব খোজোঁ। বৰ জৰুৰী কথা—প্লীজ—"

কিবা কব খোজাৰ দৰে অমিয়া থমক্ খাই ৰল। তাৰ পাচত খপ্-জপকৈ ডাক্তৰৰ হাতত এটুকুৰা কাগজ গুজি দি ঘৰলৈ লৰ মাৰিলে। মজুমদাৰে পঢ়িলে—

"আজি ৰাতি এঘাৰ বজাত কবৰখানাৰ ফুলনিত লগ পাব।" 'কবৰখানাত!' তেওঁ ভাবিলে। "এইটোতো কোনো বুদ্ধিৰ পৰিচয় নহয়! কবৰখানাত কেলৈ?"

অৰ্থ পৰিষ্কাৰ। অমিয়াই তেওঁৰ লগত ধেমালি কৰিছে মাত্ৰ। জেন্‌কিন্‌চ্ পাৰ্ক থাকোঁতে, ইমানবোৰ বাট ঘাট থাকোঁতে, ৰাতি চহৰৰ বাহিৰৰ কবৰখানাত লগ ধৰাৰ কথা কোনে গুৰুত্ব দি ভাবিব পাৰে! আৰু তেওঁৰ দৰে এজন মানুহ: মহকুমা হাস্পটালৰ ডাক্তৰ, বুদ্ধিয়ে বয়সে প্ৰবীণ মানুহ, কবৰখানাৰ ওচৰত চিঠি-পত্ৰ লৈ হুমুনিয়াহ কাঢ়ি থকাটো জানো জ্ঞানী মানুহৰ কথা হ'ব? আজি কালি স্কুলীয়া ল'ৰায়ো এনে ৰোমাঞ্চত চেক্ চেকাই হাঁহিব। তেওঁৰ সহকৰ্মীসকলে শুনিলেতো কথাই নাই। ৰাতি হাস্পটালৰ দুৱাৰমুখত এইদৰে গুণাগঁথা কৰি চাৰে-দহ বজাত হঠাতে হাস্পটালৰ গাড়ীখনকে লৈ তেওঁ কবৰখানাৰ পিনে বাওনা হ'ল।

জোনাক ৰাতি। বতাহত শৰৎ কালৰ মিঠা জাৰৰ পৰশ। কচাই-খানাৰ ওচৰৰপৰা কুকুৰবোৰৰ ভুকনি। চহৰৰ বাহিৰ হৈ অলপ দূৰৈত গাড়ীখন ৰখাই ডাক্তৰে টহল দিবলৈ ধৰিলে।

"আমাৰ আটাইৰে অদ্ভুত অদ্ভুত খিয়াল আছে। হয়তো অমিয়াৰো ই এটা খেয়াল,—হয়তো তেওঁ ধেমালি কৰা নাই। কিজানি আহেই।" এই ক্ষীণ আশাতে গা ঢালি মথুৰা মজুমদাৰ মতলীয়া হ'ল।

পথাৰে পথাৰে আধামাইল মান খোজ কাঢ়ি ডাক্তৰ কবৰখানা পালেহি। দূৰৰপৰা 'কবৰখানাখন হাবি বা ডাঙৰ বাগানৰ দৰে মস্ত ক'লা দাগ এটা যেন দেখাইছিল। বগা পাথৰৰ দেৱালখনৰ ওচৰৰ পালে তেওঁ। তাৰ পিচত গে'টখন। তাত বাইবেলৰ বাণী খোদাই কৰা আছে: "সকলোৰে সময় আহে।" অলপ ইতস্ততঃ কৰি গে'টেৰে সোমাই গ'ল মজুমদাৰ আৰু বহল এটা বাটৰ দুকাষে দেখিলে অসংখ্য বগা ক্ৰছ আৰু সমাধি, সিহঁতৰ ক'লা ক'লা ছাঁ আৰু চাপ্ৰেছ গছ। কেউফালে বগা আৰু ক'লা, বগা পাথৰৰ ওপৰত নিদ্ৰিত গছবোৰৰ শিথিল ডাল। পথাৰতকৈ এইখন ঠাই যেন পোহৰ। কবৰবিলাকৰ গাত খোদাই কৰা নানা কবিতা-উপদেশ ফটফটীয়াকৈ পঢ়িব পৰা হৈ আছিল। অলপ সময় অভিভূত হৈ মজুমদাৰে লক্ষ্য কৰিলে তেওঁৰ জীৱনত প্ৰথমবাৰ, হয়তো শেষবাৰলৈকে দেখা এটা আচৰিত দৃশ্য: আন একোৰে মিল নথকা এখন বেলেগ জগত। এখন জগত, য'ত দোলনাত শুই থকা শিশুৰ দৰে জোনাকত কোমল আৰু ধুনীয়া, য'ত জীৱনৰ লেশ-



মানো চিন নাই। তথাপি শ্যাম বৰণীয়া প্ৰতিজোপা চাইপ্ৰেছ গছত, প্ৰতিটো কবৰত তেওঁ অনুভৱ কৰিলে এক ৰহস্য,-সি যেন শান্ত, সুন্দৰ আৰু অনন্ত এক জীৱনৰ খবৰ দিছিল,-পাথৰ, মৰহা ফুলৰ অঞ্জলি আৰু শৰতৰ সৰাপাতৰ ঘ্ৰাণ-সকলোতে যেন ক্ষমা, বিষাদ আৰু শান্তিৰ গভীৰ সুৰ বাজি উঠিছিল।

চাৰিওফালে নিতাল। প্ৰায় নিস্তব্ধতাত পৃথিৱীলৈ চাই আছিল আকাশৰ হাজাৰ তৰাই। মজুমদাৰৰ খোজৰ শব্দও যেন তাত একান্ত আচহুৱা। অৱশ্যে যেতিয়া সশব্দে গীৰ্জাৰ ঘড়ীটোৰ ঘণ্টা বাজিবলৈ ধৰিলে আৰু মজুমদাৰে ভূগৰ্ভত পোতখাই থকা মৰাশ হিচাবে নিজকে কল্পনা কৰিলে, তেতিয়া তেওঁৰ ধাৰণা হ'ল কোনোবাই যেন অলক্ষ্যে তেওঁলৈ চাই আছে। ক্ষন্তেকৰ বাবে তেওঁৰ ভাব হ'ল যে সেই শান্তি আৰু নিৰৱতা প্ৰকৃততে শান্তি নহয়, নিৰুদ্ধ হতাশা, অস্তিত্বহীনতাৰ বোবা মৰুভূমি। কিন্তু তাত আন কোনো নাছিল তেতিয়া। আৰু সেই মাজনিশা কোননো আহিব তালৈ। কিন্তু মজুমদাৰে তথাপি বাট চাই থাকিল। জোনাকৰ বাগীত যেন তেওঁৰ আবেগৰ উত্তাপ বাঢ়িল, তেওঁৰ কল্পনাত তপত চুমা আৰু ঘনিষ্ঠ আলিঙ্গন জাগি উঠিল। এটা স্মৃতি-ফলকৰ ওপৰত ৰহি তেওঁ আধাঘণ্টা সময় বিভোৰ হৈ কটালে। তাৰ পাচত উঠি আকৌ কবৰখানাৰ সোঁমাজৰ বহল বাটটোত টহলিবলৈ ধৰিলে। তেওঁ ভাবিলে কবৰবোৰত শুই থকা সেই অগণন তৰুণী আৰু নাৰীৰ কথা—এসময়ত যিবিলাক আছিল সুন্দৰী, অপৰূপা যিবিলাক একালত প্ৰেমত পৰিছিল, নিশা কামনাৰ অগনিত পুৰিছিল আৰু প্ৰেমাস্পদৰ মৰমত পমি গৈছিল। প্ৰকৃতিৰ কি প্ৰহসন! সেই প্ৰহসন মানুহৰ বাবে কি অপমানজনক!

এইবোৰ ভবাৰ লগে লগে কিন্তু মজুমদাৰৰ চিঞৰি দিবলৈ মন গ'ল যে প্ৰেম তেওঁৰ প্ৰয়োজন, তাৰ মূল্য যিমানেইকি ভীষণ নহওক। কবৰখানাৰ কবৰবোৰ আৰু তেওঁলৈ শ্বেত-পাথৰ হৈ নৰল,—সিহঁত যেন জোনাকৰ মায়াত শত শত শ্বেতপদমৰ দৰে শুভ্ৰদেহত পৰিণত হ'ল। তেওঁ যেন বৃক্ষ ছাঁয়াত লাজ লাজকৈ ৰৈ থকা দেখিলে বহুত জীৱন্ত দেহ। তেওঁ সিহঁতৰ ধমনিৰ বেগ, দেহৰ উত্তাপ অনুভৱ কৰিলে। অসহ্য এলাহৰ দৰে এক অনুভূতিত তেওঁৰ শৰীৰ যেন পমি যাব খুজিলে।

এনেতে যেন পটপৰিবৰ্তন কৰিবলৈকে জোনটো এচটা ডাৱৰে ঢাকি ধৰিলে। গোটেইখন আন্ধাৰ হৈ পৰিল। ঘোপমৰা আন্ধাৰত বহু কষ্টৰ মূৰতহে গে'টখন বিচাৰি পালে মজুমদাৰে। গাৰীখন উলিয়াওঁতে তেওঁৰ ডেৰঘণ্টা সময় লাগিল।

"বৰ ভাগৰ লাগিছে মোৰ। ঠেং দুখনে টানিবই নোখোজা হৈছে।" হাস্পটালৰ গাড়ীৰ ড্ৰাইভাৰক তেওঁ ক'লে। গাড়ীত শৰীৰ ঢালি দি তেওঁ ভাবিলে–"উস্ মই বৰ শকত হ'ব ধৰিছোঁ। শকত হ'লে নচলিব।"

( ৩ )

পিচদিনা গধূলি বিয়াৰ প্ৰস্তাৱ লৈ কাকতীহঁতৰ ঘৰ পালেগৈ মথুৰা মজুমদাৰ। অমিয়াৰ মত লব লাগিব আগতে। কিন্তু সময়টো আহুকলীয়া হ'ল। অমিয়া কৰবাৰ বিয়া এখনলৈ যাবলৈ ওলাইছে। প্ৰসাধনত ব্যস্ত। ড্ৰইংৰুমত চিগাৰেট হুপি হুপি বহি থাকিল মজুমদাৰ বহু পৰ। কাকতীয়ে আলহীৰ মনোৰঞ্জনৰ বাবে এজন হিন্দুস্থানী মানুহে লিখা অসমীয়া চিঠি এখন উলিয়ালে:

"ডাংগৰীয়া, আপনাৰ দুছৰা মকানৰ চুনচুৰকি পেলাই গৈছে। দেৱাল বহুত খাৰাপ দেখাইছে দিয়ক। ......"

চিঠিখন শুনি অন্যমনস্কভাৱে মথুৰা মজুমদাৰে ভাবিলে, "তেওঁলোকে ভাল যৌতুক দিব লাগে।"

ৰাতি টোপনি ক্ষতি কৰি তেওঁৰ বৰ অৱশ লাগিছিল। তেওঁৰ অন্তৰাত্মা যেন কুঁৱলীত ডুব গৈ আছিল। আনন্দত আৰু আবেগৰ চঞ্চলতাৰ লগতে তেওঁৰ মগজুৰ এটুকুৰা শীতল গধুৰ অংশত যেন বেলেগ ভাবৰ মেঘ ওলাইছিল।

"বন্ধ কৰা, বহুত দেৰী হোৱাৰ আগতে এই সৰ্বনশীয়া যাত্ৰা বন্ধ কৰা। 'অমিয়া তোমাৰ যোগ্য নহয়। আদৰুৱা আৰু খামখেয়ালী অমিয়াৰে কি ঘৰ পাতিবা? দিনৰ এঘাৰ বজালৈ শুই থকা অভ্যাস অমিয়াৰ। আৰু তুমি হ'লা কেৰাণীৰ ল'ৰা, মহকুমা-হাস্পটালৰ ডাক্তৰ।"

"হ'লে কি হ'ল?" তেওঁৰ মনৰ এভাগে প্ৰতিবাদ কৰিলে। "মই পৰোৱাই নকৰোঁ সেইবোৰলৈ।"

"কিন্তু অমিয়াক বিয়া কৰালে তেওঁৰ আত্মীয় কুটুম্বই তোমাক টাউনত চাকৰি লবলৈ বাধ্য কৰিব।" মগজুৰ সেই চেঁচা গধুৰ অংশৰপৰা ইঙ্গিত আহিল যেন।

"হ'লেই বা! টাউনত চাকৰি পালেতো ভালেই হয়। আৰু তেওঁলোকে দিয়া যৌতুকৰে আমি টাউনত ভালকৈ সংসাৰ পাতিব পাৰিম।"

এনেতে অমিয়া সোমাই আহিল ধুনীয়াকৈ সাজি-কাচি। কান্ধ আৰু বুকুৰ উপৰি ভাগ অনাবৃত, চিক্‌মিকাই থকা সাড়ী, তেজী ফুল এপাহৰ



দৰে গাৰ বং। মজুমদাৰে দেখি এনে মোহ গ'ল যে তেওঁ একো মাতিব নোৱাৰিলে, উজ্জ্বল দৃষ্টিৰে অমিয়ালৈ চাই হাঁহিবলৈ ধৰিলে।

অমিয়াই যাবলৈ মাত দিয়া দেখি অগত্যা মজুমদাৰো উঠিল।

"ডাক্তৰ, অমিয়াক দেখোন আপুনিয়েই থৈ আহিব পাৰে।"

বাহিৰত কিন্ কিন্‌কৈ বৰষুণ দিছিল। আন্ধাৰ হৈ আহিছিল। "বাৰিদেই, চাবি দেই মা, কিবা বোলেনে—" বুলি হাস্পটালৰ গাড়ীখনতে তুলি দিলে কাকতীয়ে জীয়েকক। গাড়ী চলিল।

"মই কালি নিশা কবৰখানাত বৈ আছিলোঁ।" মজুমদাৰে আৰম্ভ কৰিলে—"তোমাৰ দেখিছোঁ দয়া-মমতা নাই একেবাৰে।"

"কবৰখানাত?"

"এৰা, দুই বজালৈ বৈ থাকিলোঁ ৰাতি। মনত বৰ আঘাত পাইছিলোঁ।

"ধেমালি নুবুজিলে আঘাত পাবই।"

তেওঁৰ প্ৰেমত হাবাথুৰি খোৱা মানুহ এজনেৰে এনে খেলা খেলিবলৈ পাই, এনে তীব্ৰ আবেগৰ লক্ষ্য হ'বলৈ পাই অমিয়াৰ খুব আনন্দ হ'ল। প্ৰাণ খুলি হাঁহিবলৈ মন গ'ল তেওঁৰ। পিচ মুহূৰ্ততে ল'ৰা এটা বচাবলৈ হঠাৎকাৰে গাড়ীখন এফলীয়া কৰিলে ড্ৰাইভাৰে। অমিয়াৰ হাঁহি চিঞৰত পৰিণত হ'ল। মজুমদাৰে আথেবেথে অমিয়াক সাৱটি ধৰিলে। অমিয়ায়ো কণমান চৰাইৰ দৰে তেওঁৰ কান্ধত মূৰ গুজিলে। মজুমদাৰৰ সংযমৰ বান্ধ ছিগিল। তেওঁ অমিয়াৰ ওঁঠ আৰু গালত হেচি ধৰি চুমা খালে।

"হৈছে, হৈছে!" বিৰক্তিৰে মন্তব্য কৰিলে অমিয়াই।

"ড্ৰাইভাৰ!" নিৰ্বিকাৰভাৱে গাড়ী ৰখালে ড্ৰাইভাৰে।

"অমিয়া! শুনাচোন শুনা" পিচে পিচে মথুৰা ডাক্তৰ নামি আহিল।

"মই আৰু পাতনি নেমেলোঁ। আজি অতদিনে মই তোমাৰ বাবে পগলাৰ দৰে হৈছোঁ। মানুহে নাজানে ই কি অনুভূতি! কোমল, কঠিন, সুখ-যন্ত্ৰণাৰে মিহলি এই ভাব মই ভাষাৰে বুজাব নোৱাৰোঁ। পাতনি মেলি ভাল ভাল শব্দ লগাই কি লাভ হ'ব? তুমি মত দিয়া, মোৰে সংসাৰ কৰা। তুমি মত দিলেই চব হৈ যাব।"

"মথুৰা দাদা!" অমিয়া থমক্ খাই বল আৰু গহীন হৈ ক'লে, "আপোনাৰ এই প্ৰস্তাৱ মোৰ বাবে খুব সন্মানৰ কথা। মই আপোনাক বৰ শ্ৰদ্ধা কৰোঁ। কিন্তু...." মজুমদাৰৰ কাষ চাপি আহিল অমিয়া।

"ক্ষমা কৰিব, মই আপোনাৰ লগত বিয়া সোমাব নোৱাৰোঁ। আপোনাৰ অনুভূতিক মই অৱজ্ঞা কৰা নাই। কিন্তু মথুৰা দাদা, আপুনি জানে মই জীৱনৰ আন সকলো বস্তুতকৈ কলাকেহে ভাল পাওঁ। মই সঙ্গীতৰ বাবে প্ৰাণ দিব পাৰোঁ। মই শিল্পী হব বিচাৰোঁ, মোক লাগে খ্যাতি, প্ৰতিষ্ঠা, স্বাধীনতা। আৰু আপুনি বিচাৰে মোক এই জকাইচুকৰ টাউনখনত ভৰাই তাৰ অৰ্থহীন, শূন্য জীৱনৰ নৰ্দমাত মোক ডুবাবলৈ। মোক মাফ কৰিব। ঘৰৰ ঘৈণী হোৱাৰ প্ৰতি মোৰ কোনো অভিৰুচি নাই। জীৱন মহান, উচ্চ আদৰ্শত গঢ়িব লাগে। বিয়াৰ গোলামীৰ আগত চিৰকাল আত্মসমৰ্পণ কৰিলে সি জানো সম্ভৱ?"

"মথুৰা মজুমদাৰ! ( পূৰা নামটো উচ্চাৰণ কৰোঁতে অলপ হাঁহিলে অমিয়াই! বলাইচাঁদ মুখোপাধ্যায়লৈ মনত পৰি গ'ল। ) আপুনি সৎ, বুদ্ধিমান, চৰিত্ৰবান মানুহ। মই আপোনাৰ দৰে ভাল মানুহ জীৱনত আৰু দেখা নাই।" অমিয়াৰ চকু সজল হৈ উঠিল। "মই আপোনাৰ কষ্ট মৰ্মে মৰ্মে অনুভৱ কৰিছোঁ। কিন্তু—কিন্তু—আপুনি এদিন বুজিব —" ৰুমালেৰে চকুলো টুকি দূৰৰ বিদ্যুৎ আভাত আলোকিত হৈ থকা মণ্ডপলৈ অমিয়া বেগাই আঁতৰি গ'ল।

মথুৰা মজুমদাৰৰ বুকুৰ ধপ্ ধপনি কমি আহিল। মটৰত উঠি তেওঁ খিৰিকী নমাই দি দীঘলকৈ উশাহ ললে। টাইডাল টান মাৰি খুলি পেলালে। ড্ৰাইভাৰ কিবা ভাৱত মগন আছিল, নিমাতে গাৰী ঘূৰালে। মজুমদাৰে অলপ লাজ পাইছিল, আত্মসম্মানত আঘাত লাগিছিল তেওঁৰ। প্ৰত্যাখ্যানৰ সম্ভাৱনা তেওঁৰ মনত খেলোৱা নাছিল। তেওঁৰ সকলো সপোন, আশা-আকাঙ্ক্ষাৰ যে এইদৰে চখৰ থিয়েটাৰৰ বাজে নাটকৰ দৰে সামৰণি পৰিব বিশ্বাস কৰিবলৈ টান লাগিছিল। তেওঁৰ আবেগৰ বাবে, তেওঁৰ সেই প্ৰত্যাখাত প্ৰেমৰ বাবে তেওঁৰ মন বেদনাত ভৰি পৰিল। অনুভৱ হ'ল তেওঁ যেন উচুপি উচুপি কান্দিব বা ড্ৰাইভাৰৰ বহল পিঠিখনত ছাতিটোৰে ধুমধাম মাৰ সোধাব এতিয়াই।

তিনিদিনমান বিমূঢ় হৈ কটালে তেওঁ। খোৱা-শোৱা একোকে কৰিব নোৱাৰা হ'ল। কিন্তু যেতিয়া অমিয়া লক্ষ্ণৌলৈ যোৱাৰ খবৰ আহিল মথুৰা মজুমদাৰ প্ৰকৃতিস্থ হ'ল আৰু আগৰ দৰেই দিন কটাবলৈ আৰম্ভ কৰিলে।

কিছুকাল পাচত তেওঁ কেনেকৈ কাৰখানাত দুটা বজালৈ টহলি ফুৰিছিল, বিয়াৰ প্ৰস্তাৱ কৰিবলৈ তেওঁ কি দৰে ফিট্‌ফাট্ হৈ গৈছিল মনত পৰিলে তেওঁ হাঁমিয়াই কোৱা হ'ল: বৰ কষ্টখন খালোঁ দেও।



( ৪ )

চাৰিটা বছৰ পাৰ হৈ গ'ল। মথুৰা মজুমদাৰৰ চহৰত ভাল প্ৰেক্টিচ হয় আজি কালি। নিতৌ দুপৰীয়া তেওঁ হাস্পটালৰ বেমাৰী চোৱা হ'লে চহৰৰ ৰোগী চাবলৈ যায়, ৰাতিহে ঘৰলৈ ওভতে। তেওঁ এতিয়া বৰ শকত হৈছে। খোজ কাঢ়িবলৈ ভাল নাপায়, কাৰণ অলপ এজ্‌মাৰ দোষ হৈছে তেওঁৰ বৰ্তমান।

চহৰৰ বহুত ঘৰত ৰোগী চাবলৈ গ'লেও তেওঁ কাৰো লগত ঘনিষ্ঠতা কৰা নাই। টাউনৰ মানুহৰ কথা-বতৰা, ধ্যান-ধাৰণা এনেকি চেহেৰা-পাতিয়েও তেওঁৰ বিৰক্তি উদ্ৰেক কৰে আজি কালি। লাহে লাহে তেওঁৰ অভিজ্ঞতা হৈছে যে একেলগে বহি তাছ খেলিবৰ বেলিকা বা খোৱা-বোৱা কৰিবৰ সময়ত শতকৰা নিৰানব্বৈজন মানুহেই শান্তিপ্ৰিয়, অমায়িক আৰু বুদ্ধিমানো। কিন্তু খোৱাৰ বাহিৰে অইন কিবা বিষয়ৰ কথা উলিয়ালেই, ৰাজনীতিয়েই হওক, সাহিত্যই হওক, তেওঁৰ সঙ্গীৰ হয় মাতবোল বন্ধ হয়, নহয় কণ্ঠৰপৰা এনে অদ্ভুত, নিৰ্বোধ আৰু গহিত মনোভাবৰ ব্যাখ্যা ওলাই যে নমোনমোকৈ পলাব পাৰিলেই মজুমদাৰে ৰক্ষা পায়। চহৰৰ কোনো শিক্ষিত মানুহক যদি মজুমদাৰে কয় যে সমাজৰ প্ৰগতিৰ লগে লগে এনে দিন আগুৱাই আহিছে য'ত মানুহে মানুহৰ ওপৰত চলোৱা শোষণ বন্ধ হ'ব। তেওঁৰ সঙ্গীয়ে হয়তো সন্দেহৰ দৃষ্টিৰে চাই মন্তব্য কৰিব: "আপুনিচোন কমিউনিষ্টৰ দৰে কথা কৈছে।" কাৰোবাৰ ঘৰত চাহ খাবলৈ বহোঁতে যদি মজুমদাৰে কয় যে সকলো মানুহেই কাম-কৰা উচিত, কাম নকৰাকৈ খোৱা পাপ; তেতিয়া বাকী তেওঁলোকক সামৰি কোৱা বুলি গৰম হৈ উগ্ৰ তৰ্ক কৰিব। অথচ এই মানুহবোৰে কাম-বনো বিশেষ নকৰে, কোনো ভাল কথাত উৎসাহো নেদেখুৱায়। অৱশেষত আৰু মজুমদাৰে কথা-বতৰা পতাৰ চেষ্টা নকৰা হ'ল। তেওঁ য'তে ত'তে খায় আৰু খুব ফ্লাচ্ খেলে। সকামে-নিকামে নিমন্ত্ৰণ পালেও চুপ্‌চাপ প্লেটলৈ চাই খাই যায়। হয়তো তেনে সময়ত চাৰিওফালে যিবোৰ কথা-বতৰা হোৱা শুনে তেওঁ নীৰস, নিৰ্বোধ বা সম্পূৰ্ণ ফিকা যেন পায়। পেটে পেটে খং উঠিলেও তেওঁ মুখেৰে নমতাকৈ বহি থাকে। তেওঁক কোনো কোনোৱে নাম দিছে—"নিবোকা মহাজন!"

নাচ-গান-থিয়েটাৰ তেওঁ কদাচিতহে চাবলৈ যায়। কেৱল প্ৰতি সন্ধ্যা ৩।৪ ঘণ্টা মহানন্দে ফ্লাচ্ খেলে। দৈনন্দিন ফ্লাচ্ খেলৰ অৰ্জন গোটাই বেঙ্কত জমা দি তেওঁ আৰু এটা অকৃত্ৰিম আনন্দৰ খোৰাক পায়।

এই চাৰিবছৰে মাথোঁ দুবাৰ তেওঁ কাকতীহঁতৰ ঘৰলৈ গৈছে, তাকো কাকতীয়নীৰ সনিৰ্বন্ধ অনুৰোধতহে। সৰমৰ বন্ধত চাৰিও বছৰে অমিয়া ঘৰলৈ আহিছে, কিন্তু মজুমদাৰে লগ পোৱা নাই। কিবা কাৰণত দেখা দেখিয়েই হোৱা নাই।

এনেকৈ পাৰ হ'ল চাৰিটা বছৰ। এদিন বহাগ মহীয়া গধূলিতে কাকতীয়নীৰপৰা নিমন্ত্ৰণ পালে। মজুমদাৰ বহুদিন তেওঁলোকৰ ফালে যোৱা নাই। তেওঁ যেন সেইদিনা তেওঁলোকৰ ঘৰত পদধূলি দি তেওঁৰ চিকিৎসাৰ বিষয়ে কিবা দিহা-পৰামৰ্শ দিয়েহি। তাতে সেইদিনাখন কাকতীয়নীৰ জন্মদিনো পৰিছে। চিঠিৰ তলত আৰু এটা বাক্য,—

"ময়ো ধৰিছোঁ। নহাকৈ নাথাকে যেন,—অমিয়া।" মজুমদাৰে ভাবি চালে, আৰু সন্ধিয়া গৈ কাকতীহঁতৰ ঘৰ ওলালেগৈ।

"আৰে' আৰে' ডাক্তৰ যে! আহক, আহক, কিবা বোলেনে—" শ্ৰীযুত কাকতীয়ে কেৱল চকুৰে হাঁহি সম্ভাষণ জনালে—'আমাৰ ভাগ্য।'

কাকতীয়নীৰ চুলিত পক্ ধৰিছে। বয়স হোৱা যেন লাগে আজি কালি। কৃত্ৰিম হুমুনিয়াহ কাঢ়িলে তেওঁ, "আপুনি যে ভাই, আমালৈ নভৰাই হ'ল আজি কালি। আহিবই বা কিয়? আমি যে বুঢ়ী জুপুৰী হ'লোঁ। এতিয়া পিছে ডেকা বয়সৰ লগৰী পাব ইয়াত। অমিয়াৰ ভাগ্য কিজানি আমাতকৈ ভালেই!"

অমিয়া আগতকৈ খীণাল আৰু শেঁতা পৰিল। কিন্তু আগতকৈ দেখাত ধুনীয়া হৈছে চেহেৰাত, খোজ-কাটলত লাৱণ্য বাঢ়িছে। অৱশ্যে তেওঁ আৰু এতিয়া অমি নহয়—আগৰ চঞ্চল সজীৱ ভাব, কৈশোৰসুলভ সৰলতা আৰু তেওঁৰ চেহেৰাত নাই। আচাৰ-ব্যৱহাৰ, কথা-বতৰাত নতুন কিহবাৰ সাঁচ বহিছে। অপৰাধী আৰু আত্মবিশ্বাসহীন মানুহৰ দৰে—যেন কাকতীহঁতৰ ঘৰত তেওঁ স্বস্তি পোৱা নাই। "আজি কিমান যুগৰ মূৰত যে দেখা হ'ল।" উৎসুক কণ্ঠেৰে ক'লে অমিয়াই। উত্তেজনাত তেওঁৰ বুকুত কঁপনি উঠিছিল—স্পষ্টকৈ দেখিলে মজুমদাৰে। তীব্ৰ কৌতূহলেৰে তেওঁলৈ চাই ক'লে অমিয়াই, "আপুনি ইমান শকত হ'ল। এতিয়া দেখাত আপোনাৰ চেহেৰাত পুৰুষালি ভাব বেচি হৈছে, কিন্তু বৰ বেচি বদলা নাই আপুনি।"

মজুমদাৰেও অমিয়াক বেছ ধুনীয়াকৈ থকাই দেখিলে। কিন্তু কিবা যেন অমিয়াৰ পৰিবৰ্তন হৈছে। কিবা হেৰাল নে কিবা অদৰকাৰী বস্তু যোগ হ'ল? আগৰ দৰে অমিয়াৰ সান্নিধ্যই তেওঁৰ মনত শিহৰণ নজগালে। অমিয়াৰ শেঁতা বৰণ, কথা-বতৰাৰ নতুন ধৰণ, অমিয়াৰ খীণ



হাঁহি, অমিয়াৰ মাত এনেকি অমিয়াৰ পিন্ধা কাপোৰ, বহা ধৰণতো তেওঁ অসন্তুষ্ট হ'ল। চাৰিবছৰ আগৰ উন্মাদনাৰ কথা মনত পৰিলত তেওঁৰ আৰু অস্বস্তি বোধ হ'ল।

চাহৰ লগত তেওঁলোকে খালে সৰভজা আৰু কচুৰী। কাকতীয়নীয়ে স্বৰচিত নভেল এখন পঢ়িলে—বাস্তৱ জীৱনত অসম্ভৱ কাহিনী। কেতিয়া শেষ হ'ব তাৰে ধ্যান কৰি শুনি গ'ল মজুমদাৰে।

"নভেল নিলিখা মানুহ মূৰ্খ নহয়, কিন্তু নভেল লিখি উঠি মনে মনে থাকিব নজনা মানুহবোৰ গৰু।" তেওঁ ভাবিলে।

"বেয়াৰাম নাই হোৱা দেই।" কাকতী চাহাবে লাহেকৈ মন্তব্য কৰিলে। তাৰ পাচত ঠং ঠং কৈ বৰ দীঘলীয়া এটা গৎ বজালে অমিয়াই চেতাৰত। বজোৱা হ'লত আটায়ে কলৰৱ কৰি প্ৰশংসা কৰিলে। 'বিয়াখন নহ'ল ভালেই হ'ল।' মজুমদাৰে পেটে পেটে ভাবিলে।

অমিয়াই তেওঁলৈ চালে বোধহয় এই আশাত যে আগৰ দৰে দুয়ো বাগানলৈ গৈ কথা পাতে। কিন্তু মজুমদাৰ শিলটোৰ দৰে বহি থাকিল। অমিয়াই নিজেই আহিল কাষলৈ।

"আমি অলপ কথাকে পাতোঁ আহক। আপুনি কি কৰিছে আজি কালি? দিনবোৰ কেনে ধৰণে গৈছে আপোনাৰ। আন আন খবৰ বা কেনেকুৱা? আজি বহুত দিন আপোনাৰ কথা মোৰ মনত পৰি আছে।" একে উশাহতে কঁপা মাতেৰে ক'লে অমিয়াই। "মই আপোনালৈ লিখিম বুলি ভাবিছিলোঁ, ভাবিছিলোঁ নিজেই এদিন যাম হাস্পটালৈ। কিন্তু অৱশেষত সেই সঙ্কল্প এৰি পেলালোঁ। আপোনাৰ-বা মোৰ প্ৰতি ভাব কেনেকুৱা হৈ আছে কোনে জানে? আজি বৰ আগ্ৰহেৰে আপুনি অহালৈ বাট চাই আছিলোঁ। বাগানলৈকে যাওঁ বলকচোন।"

আগৰ দৰেই কৰবী জোপাৰ তলত নিমজ বগা শিলটোত দুয়ো বহিলগৈ। সন্ধ্যা হৈ আহিছিল।

"আপোনাৰ দিন কেনে চলিছে আজি কালি?" উৎকণ্ঠা ফুটাই সুধিলে অমিয়াই।

"চলি গৈছে আৰু এক প্ৰকাৰ।" মজুমদাৰে উত্তৰ দিলে। আৰু কি ক'ব তেওঁ ভাবি নাপালে। দুয়ো কিছু পৰ নিৰৱ হ'ল।

"মই যে আজি ইমান উত্তেজিত হৈছোঁ।" দুহাতেৰে মুখ ঢাকিলে অমিয়াই। "মন নকৰিব দেই, স্বাভাৱিক কথাই। ঘৰলৈ আহি মোৰ যে ইমান ভাল লাগিছে কি কম! সকলোকে আকৌ লগ পাই মোৰ

ফূৰ্তিত তৎ নাইকিয়া হৈছে। সহ্য হ'ব নোখোজে। আৰু, আৰু ইমান-বোৰ কথা মনত পৰিছে! ৰাতি নুপুৰালৈকে কথা পাতি থাকিবৰ ইচ্ছা গৈছে।"

ওচৰৰপৰা মজুমদাৰে অমিয়াৰ মুখখন, তিৰবিৰাই থকা চকুযুৰি দেখিলে। অন্ধকাৰত তেওঁক দেখাতকৈ কম বয়সৰ যেন লাগিল। এনেকি কৈশোৰৰ সৰল ভাব-ভঙ্গীও যেন আকৌ ফুটি উঠিছিল তেওঁৰ শৰীৰত। অকৃত্রিম কৌতূহলেৰে অমিয়াই চাই আছিল সেই মানুহজনলৈ, যি সিদিনা-খন মাত্র তেওঁৰ প্ৰেমত বলিয়া হৈ পৰিছিল। যি তেওঁক ভাল পাইছিল ইমান গভীৰ আবেগেৰে, ইমান মৰ্মন্তুদ ব্যৰ্থতাৰে। অমিয়াৰ দৃষ্টিত যেন আজি ফুটি উঠিল তাৰ প্ৰতি বিনম্ৰ কৃতজ্ঞতা। মজুমদাৰৰো মনত পৰিল সেই অতীত, তাৰ প্ৰত্যেকটো খুটিনাটি, কেনেকৈ তেওঁ কবৰখানাত ঘূৰি ফুৰিছিল, কেনেকৈ ৰাতি পুৱা ভাগৰত অৱশ হৈ তেওঁ ঘৰলৈ উভতি আহিছিল। তেওঁৰ হৃদয় যেন আকৌ কিহবাৰ উত্তাপত পোহৰ হৈ উঠিল।

"সেইদিনা যে তোমাক বিয়ালৈ লৈ গৈছিলোঁ মনত আছেনে? তেতিয়া গধূলি হৈছিল, বৰষুণ দিছিল......"

মজুমদাৰৰ হৃদয় আবেগত সচকিত হৈ উঠিল। তেওঁৰ কথা পাতিবলৈ মন গ'ল। মন গ'ল নিৰানন্দ ৰাহুগ্ৰস্ত জীৱনক মুকলি মনেৰে শাও দিবলৈ। হুমুনিয়াহ কাঢ়ি তেওঁ ক'লে,

"তুমি সুধিছা মই কেনেকৈ জীয়াই আছোঁ। আমি কেনেকৈ থাকোঁ ইয়াত? আমি জানো জী আছোঁ? দিন যায়, আমাৰ বয়স বাঢ়ে। আমি শকত হওঁ, লেধা হৈ পৰোঁ। আমাৰ উৎসাহ, শক্তি চব চেঁচা পৰি আহে। জীৱন গুচি যায় লাহে লাহে কোনো ৰং নলগাকৈ, কোনো অনুভূতি নোহোৱাকৈ, চিন্তা নোহোৱাকৈ। দিনটো আমি খাটো উপাৰ্জনৰ বাবে আৰু গধূলি ক্লাবত এদল মদাহী, কাউৰীৰ দৰে চিঞৰা ভদ্ৰলোকৰ লগত তাচ্ খেলোঁ,—পেটে পেটে যালৈ ঘৃণা ওপজে। এনে জীৱনত আৰু গৌৰবৰ কি আছে?"

"নহয়, নহয় আপোনাৰ হাস্পটালৰ কামটোতো আছে।"

"সি জানো এটা মহান দায়িত্ব নহয়? আপুনি আপোনাৰ কথা কৈ ইমান ভাল পাইছিল। মই তেতিয়া একেবাৰে কেঁচা আছিলোঁ। ভাবিছিলোঁ সঙ্গীতত মোৰ প্ৰতিভা আছে; কিন্তু আজি কালি সকলো গাভৰু ছোৱালীয়েই চেতাৰ বজায়। ময়ো বজাইছিলোঁ। আচলতে মোৰ কোনো গুণ নাছিল। মই চেতাৰ বজাওঁ যেনেকৈ মাই নভেল



লিখে। তেতিয়া মই আপোনাক বুজা নাছিলোঁ। কিন্তু পিচলৈ লক্ষৌত মই প্ৰায়ে আপোনাৰ কথা ভাবিছিলোঁ। আপোনাৰ বাহিৰে আন কাৰো কথা মোৰ মনলৈ অহা নাছিল। মহকুমাৰ ডাক্তৰ হোৱাটো কিমান সুখৰ কথা! দীন দুখীয়াৰ সেৱা কৰাত, অসুস্থজনৰ কষ্ট দূৰ কৰাত কিমান আনন্দ!" —গদ্ গদ্ হৈ ক'লে অমিয়াই।

"লক্ষৌত আপোনাৰ কথা মনত পৰিলেই ভাব হৈছিল আপুনি যেন এজন মহাপুৰুষ!"....

মজুমদাৰৰ মনত পৰিল গধূলি ক্লাবৰপৰা উভতি গৈ ফ্লাচ খেলাৰ লাভখিনি তেওঁ জেপৰপৰা কিমান ফূৰ্তিৰে উলিয়ায়। আৰু তেওঁৰ নকৈ জাগি উঠা উদ্দীপনা পুনৰ চেঁচা পৰি গ'ল।

ঘৰ সোমাবলৈ থিয় হ'ল তেওঁ। অমিয়া তেওঁৰ ওচৰ চাপি আহিল ঘনিষ্ঠভাৱে। কান্ধত এখন হাত থৈ ক'লে,

'মই লগ পোৱা সকলো পুৰুষ মানুহৰ ভিতৰত মই আপোনাৰ দৰে মানুহ দেখা নাই। আমি আকৌ দেখা হ'ম। কথা পাতিম। আপুনি কি কয়? নহয়, মোক কথা দিয়ক। মই জানো মোৰ সঙ্গীত ফুটুকাৰ ফেন। মই আৰু আপোনাৰ আগত নবজাও, সঙ্গীতৰ কথাও নকওঁ।"

দুয়ো ঘৰ সোমালত যেতিয়া মজুমদাৰে পোহৰত অমিয়াৰ মুখখন দেখিলে, যেতিয়া দেখিলে অমিয়াই কৰুণ, কৃতজ্ঞ আৰু সন্ধানী দৃষ্টিৰে তেওঁলৈ একেৰাহে চাই আছে! তেওঁৰ অস্বস্তি বোধ হ'ল।

'বিয়াখন নহল ভালেই হ'ল।' তেওঁ আকৌ ভাবিলে। ততাতৈয়াকৈ তেওঁ বিদায় ললে।

"কেলেই, কেলেই ডাক্তৰ? সচাকৈয়ে যায়েইনে। ইমান গহীনা হোৱাতো জানো ভাল? —দুৱাৰ মুখলৈ আহি কাকতীয়ে ক'লে।

"গেঁঠু মাতচোন যাত্ৰাৰ বচন এফাঁকি।"

গেঁঠু আৰু এতিয়া ল'ৰা হৈ থকা নাই। গোফ্ গজা ডেকা। দুহাত দাঙি কৰুণ ভঙ্গীত সি আওৰালে —

"দুৰ্ভাগিনী নাৰী তেন্তে কৰা তুমি
মৰণ-বৰণ!"

মজুমদাৰে অতি কষ্টে বিৰক্তি সম্বৰণ কৰিলে। ৰিক্সাত উঠি কাকতী-হঁতৰ ছায়াচ্ছন্ন ঘৰ আৰু বাগানলৈ চাই তেওঁৰ বিতৃষ্ণা জন্মিল; কাকতী-য়নীৰ নভেল, অমিয়াৰ চেতাৰ বজোৱা, কাকতী চাহাবৰ খুহুতীয়া কথা-বতৰা, গেঁঠুৰ ভাও—সকলোৱে এতিয়া তেওঁৰ মনত বিদ্ৰোহ আৰু অৱজ্ঞাৰ

ভাব উদ্রেক কৰিলে। তেওঁ ভাবিলে চহৰৰ আটাইতকৈ গুণী আৰু ৰুচিৱান পৰিয়ালেই যেতিয়া এনে অন্তঃসাৰশূন্য, চহৰখনৰ অৱস্থা কেনে হব ?

তিনিদিনৰ মূৰত গেঠুৱে অমিয়াৰ চিঠি এখন লৈ হাজিৰ হ'ল।

"আপুনি অহা নাই কিয় ?" চিঠিত অমিয়াই লিখিছিল, "মোৰ আশঙ্কা হৈছে আমাৰ প্ৰতি আপোনাৰ মনোভাৱ সলনি হৈছে। কথাটো ভাবিলেই মোৰ ভয় লাগে। অনুগ্ৰহ কৰি দেখা দি মোক আশ্বাস দিয়ক। মই আপোনাক লগ পাবই লাগিব।---অমিয়া।"

চিঠিখন পঢ়ি উঠি তেওঁ এখন্তেক ভাবিলে, আৰু গেঠুক ক'লে,

"হেৰৌ আইদেৱৰক কবিগৈ যা মই আজি যাব নোৱাৰোঁ। হাস্পটালত কাম বৰ বেচি হৈছে। তিনি চাৰিদিন মানৰ পাচত যাম বুলি কবি।"

তিনিদিন গ'ল। এসপ্তাহ গ'ল। মজুমদাৰ নগ'ল। কাকতী-হঁতৰ ঘৰৰ ওচৰেদি বিভ্ৰান্ত এদিন পাৰ হৈ যাওঁতে ভাবিছিল এখন্তেকৰ বাবে সোমাব নেকি ? পিচত ভাবিলে কি লাভ ? নোসোমাল।

কাকতীহঁতৰ ঘৰলৈ তেওঁ আৰু এবাৰো নগ'ল।

(৫)

কেবা বছৰৰো পাচত। মজুমদাৰ এতিয়া ইমান শকত হৈছে যে মূৰটো পিচলৈ ঠেলিহে তেওঁ খোজ দিব পাৰে। ফোঁপাই উশাহ লয়। তেওঁ নিজৰ মটৰ গাড়ীত টাউনলৈ অহা-যোৱা কৰে। বিপুল প্ৰেক্টিচ তেওঁৰ, অগাধ উপাৰ্জন। উশাহ পেলাবলৈ আজৰি নাই। টাউনত তেওঁৰ দুটা প্ৰকাণ্ড বঙলা, বহুত মাটি। সুবিধা পালে তেওঁৰ আৰু এটা ভাৰা-ঘৰ লোৱাৰ ইচ্ছা আছে। ক'ৰবাত ডাঙৰ ঘৰ বা হাউলি বিক্ৰী হোৱাৰ আগজাননী পালে চিধাই গৈ খবৰ কৰে আৰু ল'বা-তিৰোতালৈ নাচাই গপগপাই ভিতৰলৈ সোমাই ঘৰ চায়। ভয়ত বিস্ময়ত পেপুৱা লগা পৰিয়ালৰ তিৰোতা মানুহক সোধে লাঠিডালেৰে বেৰত টুকুৰিয়াই: এইটো শোৱাঘৰ ? এইটো হ'বলা বাথৰুম ? আৰু এইটো, এইটো কিহৰ বাবে ? লগে লগে ঘনাই উশাহ লয়। ৰুমালেৰে ঘাম মচে।

বিপুল উপাৰ্জন হ'লেও তেওঁ হাস্পটালৰ চাকৰি এৰি দিয়া নাই। তেওঁৰ টকাৰ খক ইমান বেচি হৈছে যে পাৰিলে যেন তেওঁ একে সময়তে বহুত ঠাইত ভিজিট দিব। মানুহে তেওঁক এতিয়া কেৱল 'মথুৰা' বুলিয়েই জানে; 'মথুৰা কোনপিনে গৈছে অ'! বা 'মথুৰাকে খবৰ দিয়া যক।'



মথুৰা মজুমদাৰৰ ডিঙিৰ তলত ডাঙৰ গলধনৰ দৰে চৰ্বী। তাৰ হেঁচাতেই হ'বলা মাতো বদলি হৈছে। ভঙা কাঁহৰ দৰে মাত। তেওঁৰ মেজাজ বৰ ভয়ঙ্কৰ। এতিয়া তিভিচকৈ খং উঠে। বেমাৰীয়ে ভয় কৰে। মজিয়াত লাঠিৰে কোবাই চিঞৰে তেওঁ---

"যি সুধিছোঁ তাৰে উত্তৰ দিবা। বাজে বকবক নকৰিবা।"

তেওঁ অকলে থাকে। জীৱন সম্পূৰ্ণ নিৰানন্দ। এঁকোতে তেওঁৰ উৎসাহ নাই।

চন্দনপুৰত ইমান দিন থকাৰ ভিতৰত অমিয়াৰ প্ৰতি অনুভৱ কৰা আৱেগেই তেওঁৰ একমাত্ৰ আৰু সম্ভৱতঃ শেষ আনন্দ আছিল। এতিয়া তেওঁ ক্লাবত গধূলা ধুমধাম তাচ্ খেলে। তাতে খানচামাই ডাঙৰ মেজ এখনত অকলে তেওঁক ৰাতিৰ আহাৰ সাজ যোগায়। ক্লাবৰ চাকৰ-বাকৰে ভয় কৰে। পাণৰপৰা চূনকণ খহিলেই খঙত অগ্নিশৰ্মা হয়। লাঠিৰে মজিয়া কোবাই কুৰুক্ষেত্ৰ লগাই দিয়ে।

খাবৰ সময়ত মন গ'লে কেতিয়াবা দুই এষাৰ কথা কয়।

"হে'ৰা কাৰ কথা কৈছা হে' ? কাৰ কথা ?"

কেতিয়াবা কাকতীহঁতৰ কথা ওলালে তেওঁ মাত দিয়ে,

"কোন কাকতীৰ কথা পাতিছা ? সেই যে চেতাৰ বজোৱা ছোৱালী এজনী আছে তেওঁলোকৰনে ?"

তাৰ বাহিৰে মথুৰা ডাক্তৰৰ বিষয়ে আৰু কবলগীয়া একো নাই।

···আৰু কাকতীহঁতৰ ? বীৰেন কাকতী বুঢ়া হ'লেও বদলা নাই। তেওঁ এতিয়া খুহুতীয়া গল্প কৈ ভাল পায়। কাকতীয়নীয়ে পৰম উৎসাহেৰে স্বৰচিত নভেল পঢ়ে আলহীৰ আগত। অমিয়াই চেতাৰ সাধনা কৰে চাৰি পাঁচ ঘণ্টা। অমিয়াৰ যৌৱন পাৰ হৈ গৈছে। ঘনাই বেমাৰত ভোগে। আহিন-কাতি মহীয়া সদায় মাকৰ লগত পুৰীলৈ যায়। ষ্টেচ-নত দুয়োকে তুলি দি কাকতী চাহাবে ৰুমালেৰে চকু মচে আৰু ঘনাই হাত জোকাবি চিঞৰি কয়, "যাবি দেই আই, যাবি দেই---কিবা বোলেনে---"

[ অনুবাদকৰ টোকা : চেখভৰ Ionitch গল্পটোৰ উপলব্ধিৰ গভীৰতা আৰু ব্যাপ্তি তুলনাহীন। অসমীয়া সাজ-পাৰ পিন্ধাওতে খাপ খাইছেনে নাই পাঠকেহে জানে। অৱশ্যে এটা ত্ৰুটী বৈ গ'ল। কৱৰখানাৰ সেই অংশত মথুৰা মজুমদাৰ খৃষ্টান হোৱা হ'লে ঘটনাৰ সঙ্গতি আৰু তাৎপৰ্য্য বাঢ়িলহেঁতেন। কিন্তু অসমীয়া পৰিবেশত খৃষ্টান নায়ক সিমান প্ৰতিনিধি স্থানীয় নহ'ব বুলি সেই সম্ভাৱনা বৰ্জন কৰা হ'ল। ]

# এটা ৰাজনৈতিক ঘটনা

## মূল—গাঁয়ডা মোপাছাঁ
## অনুবাদ— দিলীপ কুমাৰ বৰুৱা

পেৰিচত চিদানৰ যুদ্ধৰ বাতৰি পোৱা গৈছে। গণতন্ত্ৰ ঘোষণা কৰা হৈছে। সমগ্ৰ ফ্ৰান্সতে এটা বিৰাট উত্তেজনাৰ সৃষ্টি হৈছে। দেশখনৰ ইমূৰৰপৰা সিমূৰলৈকে সকলোৱেই সৈন্যৰ ভাও দিবলৈ ধৰিছে।

সাধাৰণ নাগৰিকসকল যোদ্ধা হৈ পৰিল; তেওঁলোকে কিছুমান বিশৃঙ্খল "সৈন্যবাহিনী" পৰিচালনা কৰিবলৈ ধৰিলে।

যিবিলাক মানুহে আগতে কেৱল দগা-পাল্লাহে ছুবলৈ পাইছিল, সেই-বিলাকে এতিয়া বন্দুক ব্যৱহাৰ কৰিবলৈ পাই বৰ উল্লসিত হৈ উঠিল। তেওঁলোকে যে মানুহক হত্যা কৰিব জানে তাকে প্ৰমাণ কৰিবৰ কাৰণে কিছুমান নিৰপৰাধী মানুহক হত্যাও কৰিলে। তেতিয়াও প্ৰাচিয়ানসকলৰ দখলত থকা পথাৰবোৰত ঘূৰি ফুৰি তেওঁলোকে অনাই-বনাই ফুৰা কুকুৰ, শান্তভাৱে ঘাঁহ খাই থকা গৰু আৰু ঘাঁহনিত চৰিবলৈ এৰি দিয়া বেমাৰী ঘোঁৰাবোৰক গুলীয়াই মাৰিবলৈ ধৰিলে। প্ৰত্যেকেই ভাবিবলৈ ধৰিলে যে তেওঁ সামৰিক বিষয়ত কিবা এটা ডাঙৰ কাম কৰিব লাগিব। ক্ষুদ্ৰতম গাঁৱৰ চাহ-দোকানত যেতিয়া সামৰিক পৰিচ্ছদ পিন্ধি মানুহবিলাক বহি থাকে, তেতিয়া সেই দোকানবিলাকক সৈন্যশিবিৰ যেন দেখা যায়।

কেনেৰিল নামৰ নগৰখনত এতিয়াও ৰাজতন্ত্ৰৰ পতনৰ খবৰ আহি পোৱা নাই। পিছে তাতো দুটা প্ৰতিদ্বন্দী ৰাজনৈতিক দলৰ বিবাদৰ কাৰণে এমাহ জুৰি যথেষ্ট উত্তেজনাৰ সৃষ্টি হৈছিল। নগৰ-পালিকাৰ মহাপৌৰ আছিল ৱাৰ্ণেতটৰ ৱাইকাউণ্ট—চুটি চাপৰ, ক্ষীণ, বয়সিয়াল মানুহ-জন। তেওঁ সম্ৰাটৰ প্ৰতি অনুগত হৈয়ে থাকিল। ইয়াৰ প্ৰধান কাৰণ এয়ে যে সেই ঠাইত তেওঁৰ বিৰোধী মানুহ এজন ক্ষমতাশালী হৈ উঠি-ছিল; এইজন হ'ল ডাক্তৰ মাচাবেল; এওঁ গণতান্ত্ৰিক দলৰ জিলা



শাখাৰ সভাপতি, কৃষক-সন্থাৰ সভাপতি আৰু দেশ-ৰক্ষাৰ কাৰণে গঢ়ি তোলা গাঁও-ৰক্ষী বাহিনীৰ সংগঠক। দুসপ্তাহৰ ভিতৰত তেওঁ তেষষ্ঠীজন মানুহক এই গাঁও-ৰক্ষী বাহিনীত ভৰ্তি কৰালে। এই সকলো বিবাহিত মানুহ। ডাক্তৰে তেওঁলোকক সদায় ৰাতিপুৱা মহাপৌৰৰ ঘৰৰ সন্মুখত থকা পথাৰখনত কুচ্‌কাৱাজ কৰায়।

যেতিয়াই মহাপৌৰ আহে, তেতিয়াই মাচাবেলে তেওঁৰ সৈন্য-বাহিনীৰ সন্মুখত ইফালৰপৰা সিফাললৈ অহা-যোৱা কৰি চিঞৰি উঠে, "আমাৰ দেশ জিন্দাবাদ।" তেওঁলোকে লক্ষ্য কৰিছিল যে ৱাইকাউণ্টে এইবোৰ দেখি শঙ্কিত হৈছিল; তেওঁ নিশ্চয় এইবোৰ কামত বিপদৰ আগন্তুক দেখিছিল, আৰু বোধকৰোঁ ফৰাচী বিপ্লৱৰ কিছুমান ভয়াবহ স্মৃতি তেওঁৰ মনলৈ আহিছিল।

পাঁচ চেপ্তেম্বৰৰ দিনা ৰাতিপুৱা ডাক্তৰৰ ওচৰলৈ এক কৃষক দম্পতী আহিছিল। যোৱা সাত বছৰ ধৰি গিৰীয়েকৰ ভৰিত এটা বিষ হৈছিল, পিছে ঘৈণীয়েকৰো তেনেকুৱা এটা বিষ নোহোৱালৈকে তেওঁ অপেক্ষা কৰিছিল, যাতে দুয়ো একেলগে গৈ এজন ডাক্তৰক বিচাৰি উলিয়াব পাৰে।

সামৰিক পৰিচ্ছদ পিন্ধি ডাক্তৰ ৰোগী চোৱা ঘৰলৈ সোমাই আহিল। তেওঁ হঠাৎ দুয়োখন হাত ওপৰলৈ দাঙি স্তম্ভিত কৃষক দম্পতীৰ সন্মুখত চিঞৰি উঠিল, "ফৰাচী গণতন্ত্ৰ জিন্দাবাদ!" তাৰ পাচত তেওঁ আৰামী চকীখনত বহিল। বুঢ়া খেতিয়কজনে তেওঁৰ অসুখৰ কথা ক'বলৈ ধৰিলে। অলপ কওঁতে ডাক্তৰে চিঞৰি উঠিল, "মনে মনে থাকা। তোমালোকৰ নিচিনা মূৰ্খবোৰৰ লগত মই বহুত সময় নষ্ট কৰিছোঁ।....ফ্ৰান্সত গণতন্ত্ৰ ঘোষণা কৰা হৈছে। সম্ৰাটক বন্দী কৰা হৈছে। ফ্ৰান্স ৰক্ষা পৰিল। ফৰাচী গণতন্ত্ৰ জিন্দাবাদ!" তাৰ পাচত দুৱাৰৰ ওচৰলৈ দৌৰি গৈ চিঞৰিলে, "চিলেষ্টা, চিলেষ্টা। বেগাই আহা।"

চাকৰণীজনী ভয় খাই দৌৰি আহিল। ডাক্তৰে খুব ব্যস্তভাৱে ক'লে, "মোৰ বুটযোৰ, গুলীৰ বাকচটো আৰু তৰোৱালখন লৈ আহা—তৎক্ষণাত।"

খেতিয়কজনে এক মুহূৰ্তৰ নীৰৱতাৰ সুযোগ লৈ ক'বলৈ ধৰিলে, "মোৰ এই ভৰিটোত....।"

ডাক্তৰে অধৈৰ্য্য হৈ চিঞৰি উঠিল, "ঈশ্বৰৰ শপত, মনে মনে থাকা।" তাৰ পাচত খেতিয়কজনৰ ডিঙিত ধৰি কৈ উঠিল, "মূৰ্খ, তুমি বুজা নাই নে যে আমি এখন গণতন্ত্ৰত বাস কৰিছোঁ?"

হঠাৎ কিবা ভাবি তেওঁ শান্ত হ'ল আৰু বৃদ্ধ দম্পতীক বিদায় দি

ক'লে, "তোমালোক কাইলৈ আহিবা ; আজি মোৰ সময় নাই।"

অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হ'বলৈ ধৰি তেওঁ চাকৰণীজনীক আকৌ আদেশ দিলে, "লেফ্‌টেনেণ্ট পিকাৰ্ড আৰু চাব-লেফ্‌টেনেণ্ট পমেলৰ ওচৰলৈ দৌৰি গৈ কোৱা যে তেওঁলোক এতিয়াই মোৰ ওচৰলৈ আহিব লাগে। ৰণ্ডেলকো ঢোলটোৰে সৈতে পঠিয়াই দিবা। তৎক্ষণাত যোৱা।" চিলেষ্টা যোৱাৰ পাচত তেওঁ সমস্যাবিলাক সমাধান কৰাৰ উপায় ভাবিবলৈ ধৰিলে।

তিনিওজন মানুহ একেলগে আহি পালে। তেওঁলোকে সাধাৰণ কাপোৰ পিন্ধি আহিছিল। তাকে দেখি ডাক্তৰ আচৰিত হ'ল, কাৰণ তেওঁ ভাবিছিল যে তেওঁলোকে সামৰিক পৰিচ্ছদ পিন্ধি আহিব। তেওঁ ক'লে, "তেনেহ'লে তোমালোকে একো খবৰ পোৱা নাই? গণতন্ত্ৰ ঘোষণা কৰা হৈছে। সম্ৰাটক বন্দী কৰা হৈছে।....আমাৰ কাৰণে পৰিস্থিতি জটিল হৈ পৰিছে।"

তেওঁৰ স্তম্ভিত সহকৰ্মীসকলৰ সম্মুখত তেওঁ কিছু সময় ধৰি কিবা ভাবিলে, তাৰ পাচত আকৌ ক'লে, "এতিয়া ইতস্ততঃ কৰি থাকিলে নহ'ব, কাম কৰিব লাগিব। এতিয়া এক মিনিটেই এঘণ্টাৰ সমান। সোনকালে সিদ্ধান্ত লোৱাৰ ওপৰতে সকলো নিৰ্ভৰ কৰিছে। পিকাৰ্ড, তুমি পুৰোহিতৰ ওচৰলৈ যোৱা আৰু তেওঁক গীৰ্জাৰ ঘণ্টা বজাবলৈ দিয়া, যাতে সকলো মানুহ গোট খায়। ৰণ্ডেল, গাঁওৰক্ষী বাহিনী সৌ পথাৰখনত সশস্ত্ৰে গোট খাবৰ কাৰণে তুমি ঢোল বজোৱা। পমেল, তুমি তৎক্ষণাত সামৰিক পৰিচ্ছদ পিন্ধা। আমি এতিয়া নগৰ দখল কৰিবলৈ প্ৰস্তুত হ'ম আৰু মহাপৌৰক মাতি আনি তেওঁৰ ক্ষমতা আমালৈ হস্তান্তৰ কৰিবলৈ ক'ম। বুজিছানে?"

"হয়।"

"তেতিয়া হ'লে তৎক্ষণাত কামত লাগি যোৱা। পমেল, মই তোমাৰ লগত তোমাৰ ঘৰলৈ যাওঁ, যিহেতু আমি একেলগে কাম কৰিব লাগিব।"

পাঁচ মিনিটৰ পাচত মাচাবেল আৰু পমেল অস্ত্ৰ-শস্ত্ৰেৰে সম্পূৰ্ণৰূপে সজ্জিত হৈ পথাৰখনৰ ফালে গ'ল। ঠিক সেই সময়তে আন এটা বাটেৰে কান্ধত বন্দুক লৈ মহাপৌৰ আহি ওলাল ; তেওঁৰ পিচে পিচে তিনিজন সশস্ত্ৰ শৰীৰ-ৰক্ষী।

ডাক্তৰে আচৰিত হৈ তেওঁলোকৰ ফালে চাই থাকোঁতেই তেওঁলোক মহাপৌৰৰ ঘৰত সোমাল আৰু দুৱাৰ বন্ধ কৰি দিলে।



ডাক্তৰে ক'লে, "এওঁলোকে আমাৰ গতি-বিধিৰ সম্ভেদ আগতেই পাইছে। গাঁও-ৰক্ষী বাহিনী আহি নোপোৱালৈকে আমি ৰব লাগিব। পোন্ধৰ মিনিট সময় আমি একো কৰিব নোৱাৰিম।"

এই সময়তে পিকাৰ্ড আহি পালে। "পুৰোহিতে আমাৰ কথা অমান্য কৰিছে," তেওঁ ক'লে, "তেওঁ গীৰ্জাৰ কৰ্মচাৰীবিলাকক লৈ গীৰ্জাত দুৱাৰ মাৰি সোমাই আছে।"

এনেতে এটা ঢোলৰ মাত শুনা গ'ল আৰু অলপ পাচতে ঢোল বজাই অহা ৰণ্ডেলক দেখা গ'ল। তেওঁ পথাৰখন পাৰ হৈ গৈ গাঁৱৰ ফালে যাবলৈ ধৰিলে। ইতিমধ্যে বিস্মিত নগৰবাসীসকলে খিৰিকীৰে মুখ উলিয়াই বা ঘৰৰ চিৰিলৈ ওলাই আহি আলেখ-লেখ চাবলৈ ধৰিলে।

মাচাবেলে তৰোৱালখন উলিয়াই লৈ মহাপৌৰৰ ঘৰৰ সমুখলৈ গ'ল আৰু তৰোৱালখন মূৰৰ ওপৰলৈ দাঙি চিঞৰি উঠিল, "গণতন্ত্ৰ জিন্দাবাদ! বিশ্বাসঘাটকৰ ধ্বংস হওক!" তাৰ পাচত তেওঁ তেওঁৰ বিষয়াসকলৰ ওচৰলৈ ঘূৰি আহিল। প্ৰায়বিলাক দোকানীয়েই শঙ্কিত হৈ নিজৰ নিজৰ দোকান বন্ধ কৰি দিলে।

অলপ পাচতে গাঁওৰক্ষী বাহিনীৰ মানুহবিলাক আহিবলৈ ধৰিলে। তেওঁলোকে বেলেগ বেলেগ ধৰণৰ কাপোৰ-কানি পিন্ধিছিল, কিন্তু সকলোৱে একে ধৰণৰ টুপী পিন্ধিছিল। তেওঁলোকে একোটা পুৰণা বন্দুক লৈ আহিছিল—ত্ৰিশ বছৰ ধৰি পেলাই থোৱা মামৰে খোৱা বন্দুক।

ত্ৰিশজনমান মানুহ গোট খোৱাৰ পাচত মাচাবেলে চমুকৈ তেওঁলোকৰ অৱস্থাটো বুজাই দিলে। তাৰ পাচত তেওঁ পিকাৰ্ডৰ ফালে ঘূৰি ক'লে, "এতিয়া আমি কাম আৰম্ভ কৰিব লাগিব।"

ইতিমধ্যে নগৰবাসীসকল সেই ঠাইলৈ আহি অৱস্থাটোৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। ডাক্তৰে অলপ সময়ৰ ভিতৰতে তেওঁৰ কামৰ পৰিকল্পনা তৈয়াৰ কৰি পেলালে। তেওঁ ক'লে, "পিকাৰ্ড, তুমি মহাপৌৰৰ ঘৰৰ খিৰিকীৰ কাষলৈ গৈ গণতন্ত্ৰৰ নামত নগৰ-পালিকাৰ শাসনভাৰ মোৰ হাতত দিবলৈ তেওঁক কোৱা।"

কিন্তু পিকাৰ্ডে আদেশ অমান্য কৰিলে। তেওঁ ক'লে, "তুমি এটা পাষণ্ড। তুমি মোক মৰাৰ বুদ্ধি কৰিছা। তুমি জানা যে তাত থকা ৰক্ষীবিলাকৰ বন্দুক মৰাত ভাল হাত আছে। তোমাৰ আদেশ নিজে পালন কৰা, মোৰ দ্বাৰা নহ'ব।"

মাচাবেল খঙত ৰঙা পৰিল। "শৃঙ্খলাৰ নামত মই তোমাক যাবলৈ আদেশ কৰিছোঁ।"

পিকাৰ্ডে ক'লে, "মই কাৰণ নজনাকৈ মোৰ শৰীৰটো নষ্ট কৰিব নোৱাৰোঁ।"

ওচৰতে বৈ থকা প্ৰভাৱশালী নাগৰিকসকলে হাঁহিবলৈ ধৰিলে। এজনে ক'লে, "পিকাৰ্ড, তুমি ঠিকেই কৈছা। এইটো উপযুক্ত সময় নহয়।" ডাক্তৰে খঙত ভোৰভোৰালে, "ভীৰুৰ দল।" তাৰ পাচত তেওঁৰ তৰোৱাল আৰু বিভল্ভাৰ এজন সৈনিকৰ হাতত দি তেওঁ মহাপৌৰৰ ঘৰৰ ফালে আগুৱাই যাবলৈ ধৰিলে।

তেওঁ ঘৰটো পাবলৈ কেইখোজমান থাকোঁতে ওচৰৰ দুটা স্কুলৰ দুৱাৰ মেল খালে আৰু এফালৰপৰা এজাক ল'ৰা আৰু ইফালৰপৰা এজাক ছোৱালী কিৰিলি পাৰি দৌৰি আহি মুকলি ঠাই ডোখৰত খেলিবলৈ ধৰিলে। ডাক্তৰে ইয়াৰ অৰ্থ একো বুজিব নোৱাৰিলে। তেওঁ ডাঙৰকৈ মাতিলে, "মঁচিয়ে ৱাৰ্ণেতট।" এখন খিৰিকী মেল খালে আৰু ৱাৰ্ণেতটৰ মুখ দেখা গ'ল।

মাচাৰেলে ক'লে, "মঁচিয়ে, দেশত শাসনতন্ত্ৰৰ পৰিবৰ্তন হোৱাৰ কথা আপুনি জানে। আপুনি যি দলৰ প্ৰতিনিধি সেই দল এতিয়া আৰু নাই। এতিয়া আমাৰ দল ক্ষমতাত অধিষ্ঠিত। এই পৰিস্থিতিত মই আপোনাৰ ওচৰত দাবী কৰোঁ যে ক্ষমতাচ্যুত দলৰপৰা পোৱা আপোনাৰ কৰ্তৃত্ব মোক সমৰ্পণ কৰক।"

ৱাৰ্ণেতটে ক'লে, "ডাক্তৰ মাচাৰেল, মই কেনেৱিলৰ মহাপৌৰ— এই পদত মোক চৰকাৰে নিয়োগ কৰিছে আৰু যেতিয়ালৈকে মোৰ উৰ্ধতম কৰ্তৃপক্ষই এই পদৰপৰা মোক আঁতৰাই নিদিয়ে, তেতিয়ালৈকে মই কেনেৱিলৰ মহাপৌৰ হৈয়ে থাকিম। আপুনি মোক আঁতৰাবলৈ চেষ্টা কৰিব পাৰে।"

এই বুলি কৈ তেওঁ খিৰিকীখন বন্ধ কৰি দিলে। মাচাৰেল তেওঁৰ সৈন্যসকলৰ ওচৰলৈ ঘূৰি আহিল। তেওঁ পিকাৰ্ডক ক'লে,

"তুমি এটা মূৰ্খ, কাপুৰুষ—সৈন্যবাহিনীৰ কলঙ্ক। মই তোমাক পদচ্যুত কৰিম।"

"মই নিজেই তাৰ ব্যৱস্থা কৰিম," পিকাৰ্ডে ক'লে আৰু ওচৰতে জুম বান্ধি থকা কিছুমান মানুহৰ ওচৰলৈ গ'ল।

এতিয়া ডাক্তৰে ইতস্ততঃ কৰিবলৈ ধৰিলে। তেওঁ এতিয়া কি কৰিব? মহাপৌৰক আক্ৰমণ কৰিব নেকি? তেওঁৰ সৈন্যবিলাকে তেওঁক মানিবনে? তেওঁৰ ক্ষমতাৰ দাবী সঁচাকৈয়ে আইনসঙ্গত হৈছেনে? হঠাৎ এটা কথা তেওঁৰ মনত খেলালে। তেওঁ ওচৰতে থকা টেলিগ্ৰাফ অফিচলৈ



লৰ দিলে আৰু তিনিখন টেলিগ্ৰাম পঠিয়ালে—গণতান্ত্ৰিক চৰকাৰৰ সদস্যসকল, পেৰিচ; গণতান্ত্ৰিক আয়ুক্ত, চিয়েন; গণতান্ত্ৰিক উপায়ুক্ত, ডিয়েপ। এই টেলিগ্ৰামকেইখনত তেওঁ গোটেই পৰিস্থিতিটোৰ সম্যক বৰ্ণনা দিলে; ৰাজতন্ত্ৰৰ সমৰ্থক মহাপৌৰৰ হাতত নগৰৰ শাসনভাৰ থকাটো কেনেকুৱা বিপজ্জনক সেইটো বুজাই দিলে, তেওঁৰ একান্ত অনুগত সেৱা আৰু সহযোগিতা আগবঢ়ালে আৰু শেষত চহী কৰি তেওঁৰ সকলো পদবী লগতে যোগ কৰি দিলে। তাৰ পাচত তেওঁ সৈন্যবিলাকৰ ওচৰলৈ ঘূৰি আহি জেপৰপৰা ১০ ফ্ৰাঙ্ক উলিয়াই ক'লে, "বন্ধুসকল, এতিয়া তোমালোক যোৱা। খাই লৈ আৰাম কৰা। কেৱল ইয়াত দহজন মানুহ ৰাখি যোৱা, যাতে মহাপৌৰৰ ঘৰৰপৰা কোনেও ওলাব নোৱাৰে।"

পিকাৰ্ডে ঘড়ীৰ দোকানীজনৰ লগত কথা পাতি থাকোঁতে এই কথা শুনিলে। তেওঁ ঠাট্টা কৰি ক'লে, "ক্ষমা কৰিবা, পিছে তেওঁলোক যদি ওলাই যায়, তেতিয়া হ'লে তুমি সোমাবলৈ সুবিধা পাবা। নহ'লে তুমি কেনেকৈ সোমাবা মই বুজা নাই।"

ডাক্তৰে একো উত্তৰ নিদি ভাত খাবলৈ গ'ল। আবেলি তেওঁ এনে এটা ভাব দেখুৱাই নগৰৰ অফিচবিলাকত ঘূৰি ফুৰিবলৈ ধৰিলে, যেন এটা আসন্ন আচৰিত ঘটনাৰ আগজাননী তেওঁ পাইছে।

ৰাতিপুৱা বন্ধ কৰা দোকানবোৰ এতিয়া খুলিলে। দোকানীবিলাকে চিৰিত বহি নতুন পৰিস্থিতিৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। যদি সম্ৰাটক বন্দী কৰা হৈছে, তেতিয়া হ'লে নিশ্চয় কোনোবা বিশ্বাসঘাটক আছে। গণতান্ত্ৰিক আমোলত শাসন কেনেকুৱা হয় কোনে জানে।

ৰাতি হ'ল। ন মান বজাত ডাক্তৰে অকলে মহাপৌৰৰ ঘৰলৈ গ'ল। তেওঁ ঘৰটোত সোমাবলৈ ধৰিছে, এনেতে এজন ৰক্ষীয়ে ডাঙৰকৈ মাত দিলে, "সেইয়া কোন?" মচাৰেল তৎক্ষণাত পলাল।

ৰাতি পুৱাল। সশস্ত্ৰ গাঁওৰক্ষী বাহিনীয়ে পথাৰখন অধিকাৰ কৰি আছে। নগৰবাসীসকলে এই অনিশ্চয়তাৰ সমাধান বিচাৰি ওচৰতে বৈ আছে। ওচৰৰ গাঁওবিলাকৰপৰা কৌতূহলী জনতা আহিবলৈ ধৰিছে। ডাক্তৰে বুজিলে যে এনেকৈ থাকিলে তেওঁৰ সন্মানত আঘাত পৰিব; গতিকে যি কোনো এটা সমাধান উলিয়াবই লাগিব। এই সময়তে টেলিগ্ৰাফ অফিচৰ দুৱাৰ মেল খালে আৰু হাতত দুখন টেলিগ্ৰাম লৈ পিয়ন ওলাই আহিল।

পিয়নে এখন টেলিগ্ৰাম মাচাৰেলক দিলে। ইখন লৈ তেওঁ মহাপৌৰৰ ঘৰলৈ গৈ দুৱাৰত টুকুৰিয়ালে। দুৱাৰ মেল খালে ; এজন মানুহে হাত আগবঢ়াই দি টেলিগ্ৰামখন ললে। সমগ্ৰ জনতাৰ কৌতূহলী দৃষ্টিৰ আগেদি পিয়ন ঘূৰি আহিল।

ডাক্তৰে গম্ভীৰভাৱে ক'লে, "অনুগ্ৰহ কৰি অলপ সময় মনে মনে থাকক।" জনতা স্তব্ধ হ'ল। ডাক্তৰে সগৰ্বে ক'বলৈ ধৰিলে,

"মই চৰকাৰৰপৰা এইখন টেলিগ্ৰাম পাইছোঁ। শুনক :

"পুৰণা মহাপৌৰক পদচ্যুত কৰা হ'ল। কি কৰা প্ৰয়োজন আমাক পৰামৰ্শ দিয়ক। ইয়াৰপৰা পিচত আদেশ পঠিওৱা হ'ব।"

উপাযুক্তৰ হৈ,
চেপিন (উপদেষ্টা)।

এতিয়া ডাক্তৰ জয়ী। তেওঁৰ হৃদয় আনন্দত নাচি উঠিল। এনেতে পিকাৰ্ডে অলপ দূৰৰপৰা চিঞৰি ক'লে, "বাৰু ঠিক আছে। কিন্তু যদি মহাপৌৰে নিজৰ ক্ষমতা এৰি নিদিয়ে, তোমাৰ টেলিগ্ৰাম একো কামত নাহিব।" ডাক্তৰ অলপ শেঁতা পৰিল।....যি হওক, তেওঁ আগবাঢ়ি যাবই লাগিব, মহাপৌৰক চৰকাৰী বাসভৱনৰপৰা আৰু ক্ষমতাৰ গাদীৰপৰা আঁতৰাই দিবই লাগিব। সেইটো তেওঁৰ অধিকাৰেই নহয়, কৰ্তব্যও। তেওঁ উৎকণ্ঠিতভাৱেৰে মহাপৌৰৰ ঘৰৰ ফালে চালে, হয়তো দুৱাৰ খুলিছে আৰু তেওঁৰ শত্ৰু ওলাই আহিছে। কিন্তু নাই, দুৱাৰ বন্ধ হৈয়ে আছে। জনতা ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিলে। কিছুমানে হাঁহিবলৈ ধৰিলে।

বিশেষকৈ এটা চিন্তাই ডাক্তৰক আকুল কৰি তুলিলে। যদি তেওঁ মহাপৌৰক আক্ৰমণ কৰে, তেতিয়া হ'লে তেৱেঁই আটাইতকৈ আগত যাব লাগিব। আৰু, যিহেতু তেওঁক বধ কৰিলে সকলো গণ্ডগোলৰ ওৰ পৰিব, গতিকে ৰাৰ্ণেতটে আৰু তেওঁৰ ৰক্ষীবিলাকে তেওঁলৈ লক্ষ্য কৰিয়েই গুলী মাৰিব। আৰু তেওঁলোকৰ লক্ষ্য অব্যৰ্থ।

কিন্তু হঠাৎ তেওঁৰ মনত এটা বুদ্ধি খেলালে। তেওঁ পমেলক ক'লে, "এডোখৰ বগা কাপোৰ আৰু এডাল মাৰি তৎক্ষণাত লৈ আহা।"

পমেল লৰালৰিকৈ গ'ল। ডাক্তৰে এখন শান্তিৰ নিচান উৰুৱাব। তাকে দেখি বৃদ্ধ মহাপৌৰে বোধকৰোঁ ভালেই পাব।

অলপ পাচতে কাপোৰ আৰু মাৰি লৈ পমেল ঘূৰি আহিল। মাচাৰেলে তাৰে এখন নিচান তৈয়াৰ কৰিলে, আৰু তাকে হাতেৰে তুলি লৈ তেওঁ



মহাপৌৰৰ ঘৰলৈ আগবাঢ়ি গ'ল। দুৱাৰৰ সন্মুখৰপৰা তেওঁ মাতিলে, "মঁচিয়ে ৰাৰ্ণেতট।"

হঠাৎ দুৱাৰখন খোল খালে আৰু মঁচিয়ে ৰাৰ্ণেতট আৰু তিনিজন ৰক্ষী ওলাই আহিল। ডাক্তৰ উচাপ খাই উঠিল, কিন্তু নিজকে সংযত কৰি ভদ্ৰভাৱে শত্ৰুক নমস্কাৰ দি ক'বলৈ ধৰিলে,

"মহাশয়, মই এইমাত্ৰ পোৱা চৰকাৰী আদেশ আপোনাক জনাবৰ কাৰণে আহিলোঁ।"

ৰাৰ্ণেতটে প্ৰতি-নমস্কাৰ নিদি ক'লে, "মহাশয়, মই অৱশ্যে যাম, কিন্তু ভয়ত নহয়, কিম্বা অন্যায়ভাৱে ক্ষমতা হস্তগত কৰা এটা ঘৃণনীয় চৰকাৰৰ আদেশত নহয়। মই এদিনৰ কাৰণেও এই গণতান্ত্ৰিক চৰকাৰৰ তলত কাম কৰা যেন দেখুৱাব নোখোজোঁ। সেই কাৰণেই মোৰ বিষয় এৰি দিম।"

মাচাৰেল আচৰিত হ'ল ; তেওঁ একো উত্তৰ নিদিলে। ৰাৰ্ণেতটে তেওঁৰ ৰক্ষী কেইজন লৈ ওলাই গ'ল আৰু বেগেৰে খোজ কাঢ়ি অলপ পাচতে অদৃশ্য হ'ল। ডাক্তৰ অলপ হতাশ হ'ল। তেওঁ জনতাৰ ওচৰলৈ ঘূৰি আহি চিঞৰি ক'লে, "ৰাইজসকল, আনন্দ কৰক! গণতন্ত্ৰৰে জয় হ'ল!"

কিন্তু জনতাই কোনো সঁহাৰি নিদিলে। ডাক্তৰে আকৌ ক'লে, "আজি জনসাধাৰণ মুক্ত। আপোনালোক মুক্ত। বুজি পাইছেনে? তাৰ কাৰণে গৌৰৱ কৰক।"

এইবাৰো জনতাৰ কোনো চাঞ্চল্য দেখা নগ'ল। তেওঁলোকৰ উদাসীনতা দেখি ডাক্তৰ বিৰক্ত হ'ল। কেনেকৈ এই মানুহবোৰক জগাই তুলিব পাৰি তাকে তেওঁ ভাবিবলৈ ধৰিলে। তেওঁ এটা উপায় পালে, আৰু পমেলক ক'লে, "নগৰ-পালিকাৰ কাৰ্য্যালয়ত থকা প্ৰাক্তন সম্ৰাটৰ প্ৰতিমূৰ্তিটো লৈ আহাগৈ ; এখন চকীও আনিবা।"

অলপ পিচতে তৃতীয় নেপোলিয়নৰ প্ৰতিমূৰ্তি আৰু এখন চকী পমেলে লৈ আহিল। মাচাৰেলে চকীখনৰ ওপৰত মূৰ্তিটো থলে, তাৰ পাচত কেইখোজমান আঁতৰলৈ গৈ মূৰ্তিটোলৈ চাই গম্ভীৰ স্বৰেৰে ক'বলৈ ধৰিলে,

"অত্যাচাৰী! অত্যাচাৰী! এয়া তোমাৰ পতন! এতিয়া ধূলিত বাগৰা। এখন শোষিত দেশে তোমাৰ ভৰিৰ তলত আৰ্তনাদ কৰি আছিল।

নিয়তিয়ে তোমাৰ ওপৰত প্ৰতিশোধ ললে। এতিয়া তোমাৰ গাত পৰাজয় আৰু অপমানৰ কালিমা। তুমি পৰাস্ত হ'লা, প্ৰাচিয়ানবিলাকৰ হাতত বন্দী হ'লা। তোমাৰ মৃত সাম্ৰাজ্যৰ শ্মশানত আজি তৰুণ, উজ্জ্বল গণতন্ত্ৰৰ অভ্যুত্থান হৈছে।''

তেওঁ ভাবিছিল যে জনতাই উল্লাস-ধ্বনি কৰিব। কিন্তু জনতা নিৰ্বাক, নিস্তব্ধ। প্ৰতিমূৰ্তিটোৰ মুখত হাঁহি, যেন মাচাবেলৰ ফালে চাই বিদ্ৰূপৰ হাঁহি মাৰিছে।

এইদৰে কিছুসময় নেপোলিয়নৰ প্ৰতিমূৰ্তিটো আৰু ডাক্তৰ মাচাবেল মুখামুখি হৈ থাকিল। ডাক্তৰৰ হঠাৎ খং উঠিল। কি কৰা যায়? কি কৰিলে এই মানুহবোৰ সচেতন হ'ব আৰু গণতন্ত্ৰৰ জয়লাভৰ সপক্ষে জনমতৰ সমৰ্থন পোৱা যাব? তেওঁ অন্যমনস্ক হৈ পিচফালে কঁকালত হাত দিলে, পিচৰ জেপত থকা ৰিভল্‌ভাৰৰ নলটো তেওঁৰ হাতত লাগিল। কিবা ভাবি তেওঁ ৰিভল্‌ভাৰটো উলিয়াই আনিলে আৰু প্ৰতিমূৰ্তিটোলৈ লক্ষ্য কৰি গুলী মাৰিলে; গুলীয়ে কপাল ফুটা কৰিলে। জনতাৰ মাজত কোনো প্ৰতিক্ৰিয়া নহ'ল। তেতিয়া ডাক্তৰে আকৌ গুলীয়ালে; তাৰ পাচত আৰু এবাৰ, তাৰ পাচতো আৰু এবাৰ,....এইদৰে গুলী শেষ নোহোৱালৈকে তেওঁ গুলীয়ালে। নেপোলিয়নৰ চেলাউৰি হেৰাই গ'ল, কিন্তু বাকী সকলো অঙ্গ-প্ৰত্যঙ্গ নিখুঁত হৈ থাকিল। তাৰ পাচত অধৈৰ্য্য হৈ ডাক্তৰে চকীখন গুলীয়াই পেলাই দিলে আৰু বিজয়ৰ ভঙ্গীত এখন ভৰি মূৰ্তিটোৰ ওপৰত তুলি ক'লে, ''এইদৰে সকলো অত্যাচাৰীৰ ধ্বংস হওক।''

তেতিয়াও মানুহবিলাকে কোনো উল্লাসৰ ভাব নেদেখুৱালে। মাচাবেলে সৈন্যবিলাকক ক'লে, ''তোমালোক এতিয়া নিজৰ নিজৰ ঘৰলৈ যাব পাৰা।'' তাৰ পাচত তেওঁ নিজৰ ঘৰৰ ফালে বেগাবেগিকৈ যাবলৈ ধৰিলে।

তেওঁ ঘৰ পালত চাকৰণীজনীয়ে ক'লে যে কেইজনমান ৰোগীয়ে তেওঁৰ কাৰণে তিনিঘণ্টা ধৰি বৈ আছে। তেওঁ লৰালৰিকৈ সোমাই গৈ দেখে যে সেই কৃষক-দম্পতী বহি আছে। তেওঁলোক খুব পুৱাই আহিছিল।

খেতিয়কজনে ডাক্তৰক দেখিয়েই ক'বলৈ ধৰিলে, ''মোৰ এই ভৰিটোত....।''

# জোনাক নিশাৰ ছাঁ

আবিৰ

''ভদ্ৰতাৰ নাইলনৰ আঁৰে আঁৰে জিলিকি জিলিকি লুকাই থকা নগ্ন ভণ্ডামিখিনি সমূচা উদঙাই দেখুৱাবৰ কাৰণে এনেকুৱা কিতাপ সমাজক লাগে। সেইবাবে কিতাপখন ভাল পাইছোঁ। সেই বুলি, এই কিতাপখন যদি হেৰাই যায়, মই বেয়া পাম এই বাবেহে যে এইখন কিতাপ 'দদাই-দেউলৈ' 'সোণটি'ৰ উপহাৰ আছিল।''

....সোণটিয়ে মোক উপহাৰ দিয়া তেওঁৰ নতুন উপন্যাসখন পঢ়ি কিতাপখনৰ ওপৰত মই মন্তব্যটো লিখি পেলাইছিলোঁ। কাৰণ কিতাপখন পঢ়ি মোৰ আচলতে সোণটিৰ ওপৰত খং উঠিছিল। সোণটিটো ইমান নিলাজ হ'ব পাৰিলে কেনেকৈ? সমাজত জঘন্য প্ৰকৃতিৰ মানুহ আছে সেই কথা সঁচা। এই জঘন্য মানুহবোৰে ভদ্ৰলোকৰ তথা দেশ-হিতৈষীৰ, সমাজ-সেৱীৰ মুখা পিন্ধি সবলমনা মানুহবোৰক প্ৰবঞ্চনা কৰি ফুৰে সেই কথাও সঁচা। এইবোৰ অভিনয়ৰ স্বৰূপ প্ৰকাশ নাপালে সমাজখন উৰলি উৰলি শেষ হৈ যাবৰ উপক্ৰম হৈছে, সিও মিছা নহয়। সেই বুলিয়েই সোণটিটোৰ চিন্তাবোৰ আৰু বিশেষকৈ তেওঁৰ কলমটো ইমান দ্বিধাহীনভাৱে নিলাজ হ'ব লাগেনে? সোণটিৰ এই নিৰ্লজ্জতাৰ কথা ভাবি মোৰ নিজৰে লাজ লাগি গৈছিল। মোৰ খঙো উঠিছিল। সেইহে এই নিষ্ঠুৰ মন্তব্যটো লিখি মোৰ বৰ ভাল লাগিছিল, মনটো পাতল লাগিছিল, খঙটো মাৰ গৈছিল আৰু এটা ডাঙৰ কাম কৰাৰ আনন্দ মই পাইছিলোঁ।....

ৰাতিটোৰ টোপনিয়ে মনটো শান্ত কৰি দিয়াৰ পাচত পিচদিনা যেতিয়া মোৰ কিতাপৰ শ্বেল্‌ফ্‌টোত চকু ফুৰাও, তেতিয়া যেতিয়া কিতাপখনত চকু পৰিল, মোৰ মন্তব্যটো এবাৰ পঢ়ি চাবৰ মন গ'ল। পঢ়ি পঢ়ি মই

ভাবিলোঁ, মন্তব্যটো বৰ চোকা হ'ল। মই এই কিতাপখনৰ বিষয়ে ইমান চোকা মন্তব্য এটা দিয়া মোৰ পক্ষে উচিত হ'লনে চাগৈ? মোৰ কিতাপখনকে মৰম কৰি দিবৰ মন গ'ল। আচলতে কথা আৰু আখৰতকৈ কামবোৰহে বেছি সত্য। কামবোৰ, ঘিণ লগাকৈ নিলাজ কামবোৰ কৰিবলৈ যদি লাজ নালাগে, কেইটামান আখৰৰ মাধ্যমেৰে তেনে ঘৃণনীয় কথাবিলাক কৈ দি, সমাজখনক এই লাজ লগা কাম কৰিবলৈ লাজ নোপোৱা নিলাজবোৰৰ বিষয়ে সতৰ্ক কৰি দিবলৈ সোণটিৰ লাজ লাগিব লাগে কিয়?

কিতাপখনৰ ওপৰত মন্তব্যটো লিখি সোণটিৰ ওপৰত অন্যায় কৰা যেন লাগিল। সেইহে কিতাপখনকে মৰম কৰি দিবৰ মন গ'ল, আচলতে মৰম কৰিলোঁও; অকণো ধূলি-মাকতি নলগা কিতাপখনৰ ধূলি গুচাই দি—কোনোবা এটা পাতৰ চুক এটা অকণমানি ভাগি আছিল, সেইটো যতনে পোনাই দি আৰু বেটুপাতৰ ওপৰত মই প্ৰথমে লিখা মোৰ নামটোৰ ওপৰত কলম চলাই চলাই আখৰ কেইটা উজ্জ্বলাই উজ্জ্বলাই। তাৰ পাচত কিলাকুটি দুটাৰে মেজখনত ভৰ দি (আৰু দুয়ো কিলাকুটিৰ মাজতে কিতাপখন ৰাখি) মই ভাবিবলৈ ধৰিছিলোঁ,—সোণটিৰ কথাবোৰ কিমান বাস্তৱধৰ্মী! ভাবোঁতে ভাবোঁতে এবাৰ কেতিয়াবা ভাবি পেলাইছিলোঁ, মোৰ নিজা জীৱনৰ এটা বাস্তৱ নিলাজ অভিজ্ঞতাৰ কথা।···

( ১ )

## ঝিৰ' পাৱাৰৰ লাইট

—দাদা, মই পানী দিমগৈ, আপুনি শোৱক।

······মিনতিজনীক মই ভাল পাইছিলোঁ সঁচা। মই কিন্তু ভাল পাইছিলোঁ সম্পূৰ্ণ সৰলভাৱে। তাইৰ গালত চৰটো, পিঠিত ঢকাটো মাৰি ভাল পাওঁ, তাইক খং তুলাই, হাঁহি উঠাই ভাল পাওঁ, তাইৰ লগত চুপতি কৰি, তাইক আমনি দি ভাল পাওঁ। ইমানেই। মোৰ সেই ভাল পোৱাত কোনো লালসা নাই, কোনো পশু তাড়না নাই।

সেইদিনা আমাৰ পাৰ্টিৰ কাৰ্য্যপালিকা সভাৰ কাম শেষ কৰি অঁটাই, বিক্সাৱালাটোক, কমৰেড্ গুহ চৰকাৰে কোৱা মতে মিনতিৰ ঘৰৰ ঠিকনাটো দিলোঁ। ঘৰ উলিওৱাত বিক্সাৱালাটোৰ মুঠেই অসুবিধা হোৱা নাই। সেই অঞ্চলত অজয় বৰুৱা এজন প্ৰতিপত্তি থকা মানুহ।



দুৱাৰখনত টোকৰ দুটা মাৰি মই ভিতৰলৈ সোমাই গৈছিলোঁ। টোকৰ শুনি মিনতি ওলাই আহিছিল। মাজৰ কোঠাটোতে মিনতিক লগ পাই তাইৰ গালত মই এটা মৃদু চৰ খৈছিলোঁ। তাইক (আৰু বহুতকে) এইদৰে মোৰ মৰমৰ সঁহাৰি দিয়া অভ্যাস এটা আছে। বহুতে এইটো মোৰ বদ অভ্যাস বুলি ভাবে, বহুতে নাভাবে।

—অ', দাদা! আপুনি আহিব বুলি মই কিন্তু ঠিক জানিছিলোঁ। চিঠি নিদিলে কিয়?

—পাগলী, তোমাৰ ঘৰত থাকিবলৈ আহিম, আৰু তাৰ কাৰণে মই তোমাক আগ জাননী দিব লাগিব, নহয়নে?

—ইঃ দাদাৰ যে কথা আৰু! কি যে আচৰিত! আগ জাননী দিবলৈ কোনে কৈছে? পিছে, মই যদি নাথাকিলোঁহেঁতেন?···

···আৰু বহুতো কথা।···বহুতো সময় গ'ল। অজয়ো আহি পালেহি। তেওঁৰ লগতো কথা হ'লোঁ। ফুৰিবলৈ গ'লোঁ,—এইবোৰ কথাৰ মোৰ কাহিনীৰ লগত কোনো সম্পৰ্ক নাই। অথচ কাহিনী অযথা দীঘল কৰাৰ অভিপ্ৰায়ো মোৰ নাই।

পিচদিনা ৰাতিপুৱা মই যামগৈ।···

ৰাতি খাই উঠাৰ পাচত মুহূৰ্ত্তও পলম নকৰাকৈ শোৱাটো অজয়ৰ ধৰ্ম। আলহী থাকিলেও ইয়াৰ ব্যতিক্ৰম নাই। তেওঁ শুলেগৈ।

ভাত-ঘুমটিৰপৰা সাৰ পায়েই এগিলাচ চেঁচা পানী পিয়াটো মোৰ অভ্যাস। পুহমহীয়া হাড় কঁপা জাৰতো এই অভ্যাস অব্যাহত থাকে। মিনতিক কথাটো সোঁৱৰাই দিছিলোঁ।

—মিনতি মোক এগিলাচ পানী দিবা।

—দাদা, মই পানী দিমগৈ। আপুনি শোৱক। মিনতিয়ে কৈছিল। নিৰুত্তৰ মই তেতিয়া মোৰ কাৰণে নিৰ্দিষ্ট কোঠাত শুবলৈ গৈছিলোঁ। দেখিছিলোঁ, মোৰ নিজৰ বিছনাখন হ'ল্ড অলতে ৰাখি এখন সুন্দৰ বিছনা মোৰ কাৰণে পৰা হৈছিল।

মিনতিয়ে যেতিয়া পানী গিলাচ লৈ আহে তেতিয়া মোৰ টোপনি ধৰা নাই। সেই দিনা প্ৰকাশ পোৱা 'অৰিয়েণ্ট' খনৰ পাত লুটিয়াইছোঁ।

—দাদা পানী এয়া।

—বেছ, থোৱা।

পানী গিলাচ লৈ মিনতি বৈ আছিল।

—বহা, মিনতি।

মই একাষৰীয়া হৈ মিনতিক মোৰ বিছনাখনত বহিবলৈ কৈছিলোঁ।

কোঠাটোত চকী এখনো নাছিল।

মিনতি বহিল। মোক আচৰিত কৰি দি তাই মোৰ মুখৰ ফালে হাঁউলি আহিল আৰু সৰু সৰুকৈ ক'লে, "এতিয়া নবহোঁ। পাচত আহিম নহয়!"

—মানে?

—মানে পাচত আহিমগৈ।

মোৰ কোনো কথালৈ বাট নাচাই তাই চাৎ কৰে উঠিল আৰু নিজৰ কোঠালৈ গুচি গ'ল। মোক কৰি গ'ল আচৰিত।

মিনতিক দুশ্চৰিত্ৰা বুলি মই কাহানিও ভবা নাই। তাইক যে মই মৰম কৰোঁ, গণিকাক কৰা বুলি নহয়। মই ভাবিছিলোঁ মিনতি এজনী সুন্দৰী সৰলা। সংসাৰত সোমাইছে যদিও তাই চাগৈ তাইৰ সংসাৰখন ধেমালি বুলিহে লৈছে। কোনো গভীৰতা, কোনো জটিলতা চাগৈ তাত নাই। তাই পখিলাৰ দৰে চঞ্চলা, কাৰনেচন ফুলৰ দৰে বিলাসী সঁচা। তাইৰ সঙ্গ, সুৰদী সুৰৰ গানৰ নিচিনা আমনি নলগা, সিও সঁচা। মইতো ভাবিছিলোঁ তাইৰ চৰিত্ৰও চাগৈ শাৰদী পূৰ্ণিমাৰ দৰে স্বচ্ছ। কিন্তু এয়া কি? আজি এইজনী সেই একেজনী মিনতিয়েনে?

জীৱনত ঈশ্বৰৰ নাম খুব কমেই লৈছিলোঁ। কেতিয়াবা ভুঁইকঁপত 'হৰিবোলা', ধুমুহা আহিলে বেৰৰপৰা নাহৰ পাতটো নমাই আনি 'দেৱ দেৱ মহাদেৱ'টো পঢ়া, এনেকুৱা মাথোন কেইটামান পৰিস্থিতিত কেতিয়াবা ঈশ্বৰক কাতৰভাৱে মাতিছিলোঁ, খাতিছিলোঁ—অজয়ৰ টোপনি অহাৰ আগতে মিনতিৰ গভীৰ টোপনি আহক।

ঈশ্বৰৰ বোধহয় তাতোকৈ আগতে টোপনি আহিল। হায় হায় কৰি ভাবি ভাবি এবাৰ ময়ো টোপনি গ'লোঁ।

বহুত ৰাতি। কিমান ৰাতি নাজানো। এবাৰ ঝুনুক কৰি একোচা চুৰী বাজি উঠিল। মই সাৰ পালোঁ। কাণ থিয় কৰি শুনি মই বুজিব পাৰিলোঁ সেই শব্দ মোৰ কোঠাৰ দুৱাৰ মুখতে। এইবাৰ মোৰ কোঠাৰ দুৱাৰখনৰ খিলিটো বন্ধ কৰাৰ শব্দ হ'ল। মই চকু মেলি চাব খোজোঁতেই মোৰ কোঠাত টিমিকি টিমিকি জ্বলা ঝিৰ' পাৱাৰৰ লাইটটো নুমাই গ'ল। চ'তি জোতাৰ মৃদু খোজ কেইটামান মোৰ বিছনাখনৰ কাষতে মাৰ গ'ল। মোৰ আঠুৱাখন জোকাৰ খালে।...

...মই আগেয়ে বহিবলৈ কোৱা ঠাইতে বহি মোৰ গাত পৰি সেয়া মিনতি।...

...সেই নিশা মিনতিৰ জীৱনৰ পৰিচয় পালোঁ। কি নিৰ্লজ্জ, কি



কদৰ্য্য, কি ঘৃণনীয়! অথচ কিমান কৰুণ!!

মিনতি বেশ্যা নহয়, দুশ্চৰিত্ৰা নহয়। তাই দুৰ্ভগীয়া। তাইৰ জীৱনটো বহুত সঁচা কথাই মিছা কৰি পেলাইছে। আমি সঁচা বুলি ভাবি আছোঁ সেই মিছাবোৰকে।...

—যাওঁ দাদা, এতিয়া নিশা বহুতো হ'ল। আপোনাৰ টোপনি ক্ষতি কৰাৰ কাৰণে খং নকৰিব। পাৰ হৈ যোৱা এই এটা যুগৰ সাধনা আজি মোৰ সিদ্ধ হৈছে। মই আজি তৃপ্তা। যাওঁ দাদা।

—যোৱা। যাওঁতে লাইটটো জ্বলাই যাবা।

মিনতি ওলাই গ'ল। মোৰ বিছনাৰ আঠুৱাখন খুঁচি দি তাই গ'লগৈ—শুই থকা অজয়ৰ ওচৰলৈ। তাই জ্বলাই যোৱা ঝিৰ' পাৱাৰৰ লাইটৰ পোহৰত মই তাইৰ কাহিনী লিখিলোঁ।

মিনতি যে শুভ্ৰা।

## ( ২ )

## হাউ ডি ডেভিল...

'উঠ বাবু,
বেলি আইসে মাথা পৰে বসল।'

বৰচলং বাগিচাত প্ৰথম নিশাটো পাৰ কৰাৰ পিচত অজয়ৰ কাণত পৰিছিল লচ্মী, এটোৱাৰীহঁতৰ সুৰলা সুৰৰ এই গান। সিহঁতে পাৰ হৈ যোৱা নিশাটোৰ গান গাই, পূজা কৰি কৰি ভাগৰ লগোৱা তুষুদেৱতাক কান্ধত বৈ আনি যেতিয়া অজয়ৰ চোতাল পাইছিলহি অজয়ৰ ঘৰৰ দুৱাৰ তেতিয়া খোলা নাছিল। নামটো গাই সিহঁতে সিহঁতৰ নতুন বাবুটোক জগাই দিছিল। অজয়ৰ মনত পৰিছিল বহুত দিনৰ আগৰ এটা ৰাতিপুৱাৰ কথা। সি সেইদিনা তাৰ মোমায়েকৰ ঘৰত আছিল—ডিকৰাই বাগিচাৰ বাবু লাইনৰ আটাইতকৈ ভাল ঘৰটোতে। গছৰ ডাল কেতবোৰ জোকাৰি জোকাৰি ঘৰযোগী, দোচ্ৰাফাগুনী, তিচ্ৰা শনেশ্বৰীহঁতে গাইছিল—

'হিল' হিল' কৰমৰাজা কামাঙ্গেলা,
চুলাৰ থিনে কলসী আছে তাকেই মাঙ্গালা।'

সিহঁতৰ আদৰৰ কৰম দেৱতাৰ পূজাত আগবঢ়াবলৈ সিহঁতে কলসী ভৰাই হাঁড়ীয়া মদ (লাওপানী) তৈয়াৰ কৰে। ৰাতিটো ধৰি পূজা চলে,

নাম চলে, নাচ-গান চলে আৰু চলে হাঁড়ীয়া আৰু মুৰগী। সিহঁতে ভাবে যে সিহঁতৰ পূজাৰ দেৱতায়ো বিচাৰে নাখোন চুলাৰ কাষত হাঁড়ীয়াৰ মদখিনিকেহে। সেইহে সিহঁতে পূজাৰ শেষত বেজাৰ কৰি গায়—

'আজবে কৰম ৰাজা ঘৰে দুৱাৰে।
কালবে' কৰম ৰাজা কাশ নদীৰ পাৰে॥'

সিহঁতৰ আনন্দোৎসৱৰ শেষত যেতিয়া এই সুন্দৰ গানবোৰ আকাশৰ মাজত হেৰাই যায়, তেতিয়া ডিকৰাই বাগিচাত এটা শূন্যতাহে যেন বিৰাজ কৰে। আজি অজয়ৰ সেই হেৰোৱা দিনটোলৈ মনত পৰে। আজি বৰচলঙৰ লছমীহঁতে তুষুৰ চাৰিওকাষে ঘূৰি ঘূৰি গান গোৱা দেখি সি এখন নতুন পৃথিৱী দেখা পায়। এইখন পৃথিৱীতে এই লছমী এটো-ৱাৰীহঁত, এই গৌৰা-বুধুৱা চিতমনিৰাহঁতৰ পৃথিৱীখনতে সি তাৰ কাৰণেও অকণ ঠাই কৰি লব লাগিব বুলি জানি সি ভাবাবেগত বিভোৰ হৈ পৰে। তাৰ অফিচৰ কামৰ কথা তাৰ তেতিয়া মনত পৰা নাই। এবাৰ লছমী-হঁতে খিল্‌খিল্ হাঁহিৰ মাজেৰে গান জুৰিলে—

'বৰচলঙেৰ বাবু গিলা মিছে বসে গপ কৰে
কাণা চাহাব দেখলে তখন বহী খুলে গ'।'

অজয় খৰধৰকৈ ভিতৰ সোমাল। সি ভিতৰৰপৰা টকা এটা আনি তুষুৰ আগৰ থালত থলে। লছমীহঁতে আকৌ এবাৰ খিল্‌খিল্‌কৈ হাঁহিলে আৰু গালে—

'আৰ বছৰ নতুন বাবু
কোম্পানী নোট দিবেক ৰে'
বাবুৱানীৰ আপন কোলে
বেটা চেনা নাচবে ৰে'।'

আৰু এটা বছৰৰ পিচত সিহঁত আকৌ একেদৰে সিহঁতৰ নতুন বাবুটোৰ ঘৰলৈ আহি এই একেদৰে নাচিব, গাব : নতুন বাবুৱে সেইদিনা ইহঁতক কোম্পানী নোট (দহটকীয়া নোট) এখন দিব আৰু তেতিয়া নতুন বাবুৰ বাবুৱানীৰ কোলাত নাচোন নাচিব 'বেটা ছানাই'। এই আশা এই আশীৰ্বাদেৰে লছমীহঁতে এৰি যায় অজয়ৰ ঘৰৰ চোতাল। আনন্দ-ময় পৰিবেশ এটাৰ অন্তত অজয়ৰ মনত লাগে অফিচৰ নহয় নতুন অভি-জ্ঞতাৰ আহ্বান-ধ্বনিৰ কৰ্কশ আঘাত। সি ব্যস্ত হৈ পৰে।

আঠ বজাত সি অফিচ পালেগৈ।

অফিচৰ পুৰণি কেৰাণীসকল তেতিয়া ব্যস্ত হৈ পৰিছে। অফিচটোত বৰকেৰাণী আৰু তেওঁৰ সহকাৰী তিনিজন 'বাবুৱে' কাম কৰে। অজয়



ওপৰঞ্চি কেৰাণী হিচাবে নতুনকৈ আহিছে। অফিচ সোমাই সি দেখা পায়, চাৰিজন কেৰাণীয়ে চাৰিটা ফাইল লৈ তলৰ ফালৰপৰা চিঠিবোৰ পঢ়িছে। হাত আৰু চকু খুব খৰকৈ চলিছে। তেওঁলোকে যে কিবা এখন জৰুৰী চিঠি বিচৰাত ব্যস্ত সেই কথা সহজে ধৰা পৰে।

কাষৰ কোঠাটোৰ দুৱাৰ-খিৰিকীবোৰত বগাপাৰিৰে সেউজীয়া কাপো-ৰৰ পৰ্দা দিয়া আছে। এই কোঠাটোৰপৰা এটা ঘণ্টা বাজি উঠিল। বৰকেৰাণী আৰু বাবুসকলৰ ফাইলৰ পাত লুটিওৱা বন্ধ হৈ গ'ল। বৰ-কেৰাণীয়ে বাকী বাবুসকলৰ চকুলৈ আৰু বাবুসকলে বৰকেৰাণীৰ চকুলৈ চালে। অজয়ে দেখিলে সেই চাৰিযোৰ চকু যেন নিস্তেজ হৈ পৰিছে।

'ব'লা আৰু যি আছে কঁপালত'!—বাবুসকলক এই দৰে কৈ বৰকেৰাণী আগ বাঢ়িল ঘণ্টা বজা সেই 'চাহাব'ৰ কোঠালৈ। এজন বাবুৱে অজয়কো যাবলৈ উপদেশ দিলে। অজয়ে পিচ ললে।

চাহাবৰ কোঠাটো বেছ পৰিপাটি। তলত দলিচা পৰা আছে। গোটেই কোঠাটো জোৰা নাৰিকলৰ আঁহৰ দলিচাৰ ওপৰত মাজতে এখন নোমৰ দলিচা। এইখন দলিচাৰ ওপৰতে দাপোণৰ দৰে চকচকীয়াকৈ পালিচ কৰা এখন মেজ আৰু তাৰ একাষে এখন ঘূৰণ চকীত বহি কোম্পা-নীৰ বৰচাহাব মিঃ এলেন। মেজখনৰ কাষত আৰু তিনিখন সুন্দৰকৈ পালিচ্ কৰা চকী আছে।

এলেন চাহাব সেই অঞ্চলত 'বাঘা চাহাব' বুলি বিখ্যাত। কাৰণ এওঁ নিজকে সকলোতকৈ ওপৰ বুলি ভাবে। সকলোৰেপৰা সম্মান আশা কৰে, নিজে কাকো সম্মান কৰিব নোখোজে। কামতো বৰ চোকা। নতুন মহৰীল বৰ হ'লে সাক্ষাতৰ কাৰণে মাতে। সাধাৰণতে বঙলালৈ মাতে। বঙলাৰ চিৰিৰ ওপৰলৈ কোনো বাবু যাবৰ হুকুম নাই। কোনোবাই চিৰি বগাব খুজিলে 'হাৱা কামৰাত' থকা কুকুৰটোৱে খেদা মাৰি আহে। মাত্ৰ দুটা কথাই তাক ক্ষান্ত কৰিব পাৰে। হয় বাবুজনে তাক চেলাম দিব লাগিব, নহ'লে চাহাবে, মেমচাহাবে বা কোনো বেহেৰাই 'পেণ্ঠাৰ' বুলি মাত এষাৰ দিব লাগিব। তাৰ পাচত দুই-এক কথা পাতি চাহাবে বাবুজনক গাড়ীত তুলি বাগানলৈ লৈ যাব। বাগানৰ বেলেগ বেলেগ অংশত নম্বৰ দেখুৱাই চাইনবোৰ্ড দিয়া আছে। চাহাবৰ ইচ্ছামতে যি কোনো এঠাইত গাড়ী ৰাখি চাহাবে চাকৰি প্ৰাৰ্থীক সুধিব—

—এই বাগান কৌন নম্বৰ হ্যায় ?

প্ৰাৰ্থীজনে যদি যথাস্থানত চাইনবোৰ্ড চাই আহিছিল তেওঁ উত্তৰ দিব পাৰিব। যদি তাকে কৰা নাই, উত্তৰ দিয়া সম্ভৱ নহ'ব। তেতিয়া

চাহাবে তেওঁক তাতে এৰি গাড়ী এৰি দিব।

এইজন এলেন চাহাবে মহাসমৰৰ সময়ত যুদ্ধলৈ যাবলৈ আহ্বান পালে। যুদ্ধলৈ যাবলৈ এওঁ বৰ বেয়া পায়। তেওঁ চকুত এনেয়ে এট্ৰপিন ড্ৰপ্ দি, চকুৰ অসুখ হৈছে বুলি যুদ্ধলৈ যোৱাৰপৰা ৰেহাই পাইছিল। তেতিয়াৰেপৰা এওঁ এটা উপনাম পাইছিল 'কাণাচাহাব'।

কাণাচাহাব ৰাতিপুৱা অফিচলৈ আহিয়েই ইলেক্‌ট্ৰিক বেলটো বজাই দিয়ে। সেই দিনাও দিলে।

বৰকেৰাণীক আগত লৈ ক্ৰমে দ্বিতীয়, তৃতীয়, চতুৰ্থ কেৰাণীয়ে শাৰী পাতি বৰ চাহাবৰ কোঠাত সোমাল। চতুৰ্থজনৰ ভৰি এটাহে কোঠাৰ ভিতৰ সোমাইছিল। বৰকেৰাণীয়ে মাজৰ দলিচাখনত যাতে ভৰি নালাগে তাৰ কাৰণে যথেষ্ট সতৰ্কতা অৱলম্বন কৰি প্ৰাতঃ সম্ভাষণ জনালে 'গুড্-মৰ্ণিং চাৰ'। লগে লগে চাৰিওজনৰ সোঁহাত কপালত লাগিল।

'হুৱেৰ ইজ ডেট লেটাৰ? (সেই চিঠিখন ক'ত)' চাহাবে প্ৰাতঃ সম্ভাষণৰ এই প্ৰত্যুত্তৰ দিয়াৰ পাচত বৰকেৰাণীয়ে চোটকেৰাণীলৈ চালে। চোটকেৰাণীৰ চকুৱে চকুৱে পৰাৰ পিচত তেওঁ চাহাবৰ ফালে চালে।

'চাৰ—'

'আই চে হুৱেৰ ইজ ডেট লেটাৰ?'

'নট ইয়েট ফাউণ্ড, চাৰ—'

'ইউ ফুলচ্, আই ৱাণ্ট ডেট লেটাৰ ৰাইট নাউ, ইউ আণ্ডাৰষ্টেণ্ড?'

'চাৰ্টিং চাৰ। চেল ব্ৰিং টু ইউৰ অনাৰ এজ চুন এজ ফাউণ্ড চাৰ।'

'গ' এণ্ড গে'ট ইট এট্ ৱান্স। ইউ টেক ইয়েৰচ্ টু ফাউণ্ড্ ৱাউট এ লেটাৰ ডেৱিলচ্।'

কেৰাণীসকলে কোঠাটো এৰিছিলহে, বৰকেৰাণীৰ এটা ভৰি চাহাবৰ কোঠাতে আছিল—

'কেৰাণী— ?'

'ইয়েচ, ইওৰ অনাৰ'—চাহাবৰ গোঁজৰণি শুনি বৰকেৰাণী উভতি আহিছিল আৰু মাজৰ দলিচাখন পাই বৈ গৈছিল।

'গুদাম ঘৰ চে দুমন চিনি কিধৰ গিয়া?'

'গডাউন একাউণ্টচ্ অলৰেজ ইউ চি চাৰ। হাউ আই চেল চি?'

'বাট ইউ আৰ ডি কে বি। তুমি কেৰাণীবাবু আছে। ইউ মাষ্ট আনচাৰ অল মাই কুৱেশ্যনচ্।'

'মণ্ঠলি মণ্ঠলি অভাৰ টুৱেণ্টি মণচ্ চুগাৰ স্পেণ্ডিং, চাৰ, হোৱাট ইউ আৰ কম্‌প্লেইনিং এবাউট পেটি টু মণচ্?'



'বাট হুৱেৰ ইজ ডি চুগাৰ? চিনি কাহা হ্যায়?'

'মাষ্ট বি ডাইলিউটেড্, চাৰ।'

'আই ন, আই ন, ডাইলিউটেড্ ইন ইউৰ ষ্টমাক, ফুলচ্! এণ্ড ইউ চেল হেভ টু পে' ডি মনি। গে'ট ডি পে'বুক।'

এখন দুৱাৰে পে'বুক আনিবৰ কাৰণে কেৰাণী ওলাই গ'ল আৰু আনখন দুৱাৰেদি ডাক্তৰ ভৌমিক সোমাই আহি চাহাবক চেলাম দিলেহি—

—গুড্ মৰ্ণিং চাৰ।

—হাউ ডি ডেৱিল ডু ইউ ডেয়াৰ টু শ্ব' মি ইউৰ ফে'চ? ডক্তৰ?

—আই এম ভেৰী চৰি ফৰ লাষ্ট নাইট, চাৰ।

—এণ্ড ইউ থিংক আই এম ভেৰী চেড্?

—নট এট অল, চাৰ। আই ন, ইউ আৰ····

—ইউ টক টু মাচ্, ইউ চোৱাইন। উইল ইউ লীভ ডি ৰুম?

—ইয়েচ, বাট ন' চাৰ। আই এম ফিক্স আপ্।

—হোৱাট?

—ডু ইউ থিংক, ইউ কেন স্পেয়াৰ এ হোৱাইল আফ্টাৰ হাফ এন আৱাৰ?

--অৱ ক'ৰ্চ। বাট হোৱাই?

--প্লীজ কাম টু নাম্বাৰ চেভেনটিন। ডেয়াৰ ইউ উইল ফাইণ্ড এ টিন এজেড্ গাল ৱেইটিং ফৰ ইউ।

পিচৰ কথাখিনি ডাক্তৰ ভৌমিকে বৰ সৰু সৰুকৈ কৈছিল। এলেন চাহাবে এই খিনি কথা শুনি বৰ ভাল পাইছিল। তেওঁৰ খংটো মাৰ গৈছিল।

ডাক্তৰৰ হাতৰপৰা বেমাৰীৰ তালিকাৰ বহীখন খুজি লৈ চাইছিল। বহীখন ঘূৰাই দিওঁতে চাহাবে ডাঙৰকৈয়ে কৈছিল—'ঠেঙ্ক ইউ ডক্তৰ। হিয়েৰ ইউ আৰ।' তাৰ পাচত হাফপেণ্টৰ জেপত হাতটো ভৰাই বাঘাচাহাবৰ অফিচৰপৰা ওলাই গৈছিল। সোতৰ নম্বৰ বাগানত তেওঁৰ যে জৰুৰী কাম আছিল। তাত এজনী টিন-এজেড্ ছোৱালীয়ে তেওঁৰ কাৰণে অপেক্ষা কৰিব। তেতিয়া সময় দিনৰ চাৰে ন।

অজয়ৰ কাণত সৰু সৰু কথাবোৰ পৰিছিল। ডাক্তৰ ভৌমিকে সোমাই অহাৰ লগে লগে চাহাবে সেইদৰে গালি পৰা শুনি কেৰাণীসকলেও কিবা এটা সন্দেহ কৰিছিল।

অজয়ৰ বুকুখন কঁপি উঠিছিল।

সোতৰ নম্বৰ পাতঘৰত সেইজনী লছমী নহয়তো? এই ৰাতিপুৱা

তাৰ চোতালত নচা লচ্‌মী ? এটোৱাৰী ? সি সান্ত্বনা লভিছিল— সিহঁত নহয় বুলি ভাবি। সি হুমুনিয়াহ কাঢ়িছিল সিহঁতবে দৰে কোনোবা এজনী বুলি ভাবি।

( ৩ )

## মই দোষী সঁচা কিন্তু মই নিৰুপায়

চাকাৰপৰা ডাক্তৰী পাছ কৰি আহি ডাক্তৰ ভৌমিকে বৰচলং বাগিচাত চাকৰি লয়। দদায়েক সুবোধ ভৌমিক সেইদিনৰ বৰকেৰাণী হিচাবে বৰচলং বাগিচাৰ বৰচাহাবৰ সোঁহাত যেন আছিল। তেতিয়াৰ বৰচাহাব মিষ্টাৰ ক্লেইটনক এওঁ দেৱতাৰ দৰে সন্মান কৰিছিল। বৰকেৰাণী ভৌমিকে ৰাতিপুৱাৰ প্ৰথম প্ৰণাম এই ক্লেইটনক দিছিল। দুপৰীয়াৰ আহাৰৰ কাৰণে বহালৈ যাওঁতেহে ব্ৰহ্মৰূপী সনাতনৰ ভাগৰ প্ৰণামটো আগবঢ়াইছিল। ৰাতি খাই উঠি শয্যা গ্ৰহণ কৰিয়েই পাৰ হৈ যোৱা দিনটো চাফৰিত একো বিঘিনি নোহোৱাকৈ যোৱা বাবে পদ্মনাভক শলাগনি সেৱা এটা দিয়ে সঁচা। তাৰ পিচতে পিছে দিনটো বৰচাহাবৰ লগতে হোৱা কথা-বতৰাবোৰত তেওঁৰ ফালৰপৰা ক'ত কি জঁট লাগিল, পিচ দিনা তেওঁ বৰচাহাবৰ লগত কেনেকৈ কথা পাতিব, এইবোৰ ভাবোঁতে বা সেইদিনা চাহাবক কি কি কথা শুনাই দিলে তাৰ তালিকাখন ঘৰৰ বৈণীক দিওঁতেই কোনোবা তলকত টোপনি আহে। এইহেন জন বৰকেৰাণীক বৰচাহাবেও দয়া কৰিছিল। ডেকা ডাক্তৰ ভৌমিকে এই বিলাক কথা সৰু কালৰেপৰা দেখি শুনি আহিছে। গতিকে বৰচলঙৰ বৰচাহাবৰ গাদীখনৰ প্ৰতি ডেকা ভৌমিকৰ সততেই শ্ৰদ্ধা আছিল। সেইহে দদায়েকৰ খাতিৰত কামত সোমোৱা দিনটোৰেপৰা তেতিয়াৰ বৰচাহাব মিষ্টাৰ এলেনক তেওঁ সন্মান কৰি আহিছে। কিবা কাৰণত কেতিয়াবা ক'ৰবাত তেওঁৰ দোষত দদায়েকৰ পূৰ্বৰ খ্যাতিত চেকা পৰিব, এই শঙ্কা মনলৈ আহিলে ডাক্তৰৰ বুকুখন কঁপি উঠে। দদায়েকে অৱসৰ লোৱাৰ পিচতো সেয়েহে ডাক্তৰে চাহাবসকলৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা-ভক্তি অটুত ৰাখিছিল।

নতুনকৈ অহা বৰচাহাব মিষ্টাৰ এলেনৰ কিন্তু এদিন ডাক্তৰৰ ওপৰত সঁচাকৈয়ে খং উঠিছিল। বৰচাহাব এলেনে ৰাতিপুৱা চাইকেলখনেৰেই অফিচ আৰু কলঘৰলৈ যোৱা অভ্যাস আছিল। এদিন কলঘৰলৈ যাবলৈ



ওলাওঁতেই চাহাবে দেখিলে যে তেওঁৰ চাইকেলখনৰ আগ চকাটো তেনেই চেপেটা হৈ আছে। পাম্পটো লগতে আছিল। মূৰটো দাঙিয়েই তেওঁ দেখিলে সিফালৰপৰা ডাক্তৰ ভৌমিক আহি আছে। চাহাবে হাত বাউল দি ডাক্তৰক খৰকৈ আহিবলৈ ইঙ্গিত দিলে। ডাক্তৰেও আধা বেগ দি আধা লৰ মাৰি আহি চাহাবক চেলাম দিলেহি। তেতিয়া ডাক্তৰৰ বৰ গৰম লাগি আহিছিল।

—হিয়েৰ ইউ আৰ। ডাক্তৰ, জাষ্ট এ লিটল এয়াৰ, আণ্ডাৰষ্টেণ্ড ?

ডাক্তৰে ভবা নাছিল যে চাহাবৰ চাইকেলত পাম দিবৰ কাৰণেহে তেওঁক মতা হৈছিল। তেওঁৰ হঠাৎ খং উঠি গ'ল। তত্ৰাচ তেওঁ ইফালে সিফালে চকু ঘূৰাই চালে। তৃতীয় কোনো লোক নথকা হ'লেও এটা কথা আছিল। তেওঁ কিন্তু দেখিলে যে তেওঁৰপৰা অলপ আঁতৰতে প্ৰতাপ কলিতা নামৰ তেওঁৰে এজন কম্পাউণ্ডাৰ আছে। দদায়েকৰ খ্যাতিৰ কথা পাহৰিও তেওঁ চাহাবৰ কথাৰ উত্তৰ দিলে—

—ডিচ্ ইজ নট মাই ডিউটি। আই এম চৰী।

—হোৱাট! ইউ ঠিঙ্ক আই ডু নট আণ্ডাৰষ্টেণ্ড ইওৰ পজিশ্যন ? ইউ ফুল ?

—চাৰ—?—?

ডাক্তৰৰ খঙটো হয়তো সাম কাটিছিল। চাহাবে কিন্তু ডাক্তৰক কথা কোৱাৰ সুবিধা নিদিলে।

—ডণ্ট্‌চ ইউ টক, ইউ চোৱাইন। হিয়েৰ ইউ আৰ। ডিচ ইজ হোৱাট ইউ ৰিয়েলি ডিজাৰ্ভ।

চাহাবে ডাক্তৰৰ দুগালত দুটা চৰ দিছিল।

ডাক্তৰে প্ৰতাপ কলিতাৰ ফালে এবাৰ ঘূৰি চাই চাহাবৰ চাইকেলৰ আগ চকাটোত পাম দিছিল। প্ৰতাপ কলিতাই সকলো দেখিও নেদেখাৰ ভাও ধৰি খৰকৈ খোজ চলাইছিল।

পিচৰটো পহিলা তাৰিখত প্ৰতাপ কলিতাই চাকৰিটো হেৰুৱাইছিল আৰু ডাক্তৰ ভৌমিকৰ দৰ্মহা পাঁচ টকা বাঢ়িছিল।

বৰচাহাব মিষ্টাৰ এলেনে ডাক্তৰ ভৌমিকক বৰ ভাল পাইছিল। এই ঘটনাৰ দিনৰপৰা বৰচাহাবৰ এই ভালপোৱা গাঢ় হৈ পৰিছিল। বৰচাহাবৰ প্ৰতি ডাক্তৰৰ শ্ৰদ্ধাও।

ভাল পোৱা আৰু শ্ৰদ্ধাৰ বিনিময়ৰ মাজেদি বৰচাহাব মিষ্টাৰ এলেন আৰু ডাক্তৰ ভৌমিকৰ দিনবোৰ পাৰ হৈ গৈছিল। এই দিনবোৰত দুয়োৰো মাজত ৰচনা হৈছে বহুত কাহিনী।

* * *

শিৰিশ গছৰ চন্দ্ৰতাপৰ তলত জোপা জোপা চাহৰ সেউজবোৰে একেলগে পতা সেউজীয়া দলিচাখন দেখিলে চকু ৰয়। চেকেও ক্লাছৰ চাহৰ লোভ লগা মৃদু গন্ধৰ জুতি লৈ লৈ বাগিচাৰ মাজৰ বাটেৰে যাওঁতে লচ্‌মী, গঙ্গামনিহঁতে দুহাতে পাত তোলা চাই থাকিবৰ মন যায়। গছৰ তলত ফটা কাপোৰ এটুকুৰা পাৰি শুৱাই থোৱা সিহঁতৰ বেটাছাৱা, বেটী-ছাৱাবোৰ দেখিলে, হাতত কাটা কোৰ লৈ গছতল চিকুণুৱা সন্তান-সন্ততা যমুনা-সোমবাৰীহঁতক দেখিলে, সিহঁতৰ তেজৰ বিনিময়ত হোৱা কোম্পানীৰ লাভৰ ভাগ খোৱা বাবে নিজকে গৰিহনা দিবৰ মন যায়।

অজয়ে অফিচতে কাম কৰে। বাগিচাৰ কামৰ লগত অজয়ৰ কোনো সম্পৰ্ক নাই। দ্বিতীয় মহাযুদ্ধৰ বাবে পেট্ৰোল, কয়লা আদি বস্তুবোৰ মহাৰ্ঘ হৈ পৰিছিল। চাহ বাগিচাৰ চাহাবসকল মটৰ গাড়ী চলাব নোৱাৰিলে অচল হৈ পৰে। সেই সকলৰ কাৰণে পেট্ৰোল আৰু বাগিচাৰ কলঘৰৰ কাৰণে কয়লা যোগাৰ কৰা দায়িত্ব আছিল বাঘাচাহাব মিষ্টাৰ এলেনৰ ওপৰত। এই জাতীয় কামৰ বাবেই অজয়ক লোৱা হৈছিল।

দেওবাৰৰ দিনা অজয়ৰ ছুটী নাই। সেই বাবে দুসপ্তাহৰ মূৰে মূৰে মঙ্গলবাৰৰ দিনা সি ছুটী পায়। এই মঙ্গলবাৰটোলৈ সি বহুতো কাম সাঁচি থয়। দুসপ্তাহ জোৰাকৈ বজাৰ কৰা, পাৰিলে ঘৰৰপৰা অহা, বন্ধু-বান্ধৱক দেখা কৰা—এই সকলোবোৰ।

সেইদিনা তাৰ মনটো উদাস লাগিছিল। কিয় সি নিজেই নাজানে। আগবেলাতে পাঁচ মাইল আঁতৰৰ বজাৰত বজাৰ কৰি আহিল। সেইদিনা ৰান্ধনি ল'ৰাটো ঘৰলৈ যোৱা বাবে নিজেই ভাত সাজ ৰন্ধাৰ কথা এবাৰ সি ভাবিছিল। নাবান্ধিলে পিছে। কেই চকলমান ট'ষ্ট, গৰম গাখীৰ, এফাল পকা অমিতা—ইয়াকে খাই বিছনাত বাগৰ দিলে। কিতাপ এখন পঢ়াৰ চেষ্টা কৰি তাত মন নবহা যেন পালে। কিয় যে তাৰ এনে লাগি-ছিল সি তাৰ উৱাদিহ নাপালে। টোপনি অহাৰ কাৰণে বিফল চেষ্টা এটা কৰাৰ পাচত সি বিছনা এৰিলে। মুখ-হাতবোৰ ধুই, চুলিবোৰ ফণিয়াই সি এপিয়লা কফি খালে। সাজটো সলাই ললে আৰু মনটো ফৰকাল লগাৰ আশাত চাহ বাগিচাৰ মাজলৈ ওলাই গ'ল—ফুৰিবলৈ তেতিয়া বেলি ভাটী দিছে। বাগিচা ছুটী হোৱা হ'লে নাই।

চেকেণ্ড-ক্লাছৰ চাহৰ গন্ধে তাৰ মনলৈ প্ৰফুল্লতা ঘূৰাই আনিব খোজা যেন তাৰ অনুভৱ হ'ল। বুকুত একোখন ক'লা কাপোৰ মাৰি, কপালৰ আগত ৰচীডাল দি পিঠিলৈ চাহৰ টুকুৰি ওলোমাই লোৱা ৰচকী গাভৰু-হঁতে চাহৰ পাহি ধৰিছিল। মাজে মাজে থাকি থাকি চৰ্দাৰবোৰে



সিহঁতক সকীয়াই দিছিল—'এই, পাহি ফুল নাই কৰ্‌বিৰে। আপন আপন পাহি ধৰিব, আপন আপন পাহি।' —গাভৰুহঁতৰ এজনীয়ে গুৰগুৰাই কয়—'আপন পাহি নাইত কাৰ পাহি ধৰিছোঁ? খালি হালা কৰিহিচ। মোল ৰাগ লাগেলা। হঁৰে মাইৰি।' 'এই বুধুৰ মা, চুপ্‌ কৰৰে। শনীয়া চৰ্দাৰকে নাই জানিহিচ? বুধুৰ বাকে কাদাবেন নাইতো। হঁ।' 'এই চুপ্‌ চুপ্‌। দেখতো ওটা কে লাগে?'—এজনীয়ে অজয়ৰ ফালে আঙুলিয়ালে। 'হাঁৰে, নতুন বাবুটো লাগে ৰে। তোৰ পছন্দ হৈছে কি ৰে?' আন এজনীয়ে তাইৰ গালৈ চাহপাত এঠান দলি মাৰি দি সোধে। 'দূৰ পাগলী। তোৰ পছন্দ হৈছেতো যানা তাৰ সঙ্গে। হামুনি নাই দেখ্‌ব'ই।' মখাই গাভৰুৱে খিল্‌খিল্‌কৈ হাঁহি দিয়ে। চৰ্দাৰ শনীয়াই গৰ গৰাই উঠে—'কি খেল কৰহিচ ৰে' মাগীচব্‌। আজ তোৰা পাহি পূৰবি কি নাই ল' হাঁ? খেল কৰলে তোৰ পেট ভৰি ন মোৰ?' অজয়ৰ তন্দ্ৰা ভাগি গ'ল। সি আগবাঢ়ি গ'ল।

এইবোৰ মানুহৰ,—এই লচ্‌মীহঁত, শনীয়াহঁতৰ অন্তৰবোৰ কিমান স্বচ্ছ, কিমান পবিত্ৰ! সিহঁতে যেতিয়া চোকা ৰ'দ, ধাৰাষাৰ বৰষুণ মূৰত লৈ এটি কলি দুটিপাত, বাঁহীপাতা, জনম বাঁহী বাচিছে,—এই সিহঁতৰ কপালৰ ঘাম ভৰিৰ বোকাৰ জহত হোৱা কোম্পানীৰ লাভৰ অংশ খাই কাণা চাহাবৰ মেম চাহাবে তেতিয়া বিজুলী বিচনীৰ তলত বহি আইচ্‌ক্ৰীম লেমনেড্‌ পিছে। নহ'লে বা চিমনিৰ কাষত বহি বাবুচিক খানাৰ ফৰ্‌-মাচ দিছে। ভাবি ভাবি অজয় গৈ থাকে। কোনোবা এজোপা শিৰিশ গছত বাঢ়ৈ টোকা এটা পৰি খোৰোং কাটিছে—খট্‌ খট্‌ খট্‌। কেনিবা এফালে কেইটামান জিলিয়ে নিস্তব্ধ পৰিবেশটোত থাকি আমনি পোৱাৰ জাননী দিছে—চিঁ! বহুত দূৰৈত, বাগিচাৰ সীমাৰ সিপাৰে হলৌ বান্দৰ এমখাই যেন উৎসৱ পাতিছে সিহঁতৰ মানুহে নুবুজা মিঠা দোৱানেৰে। অজয় গৈ আছে।

কিমান দূৰ গৈছে সি নাজানে। সি মাথোন জানিছিল যে অন্য এটা বাটেৰে সি ঘূৰিছিল। সময় তেতিয়া কাণিমুনি। অলপ আঁতৰৰ পাতঘৰ এটাৰপৰা 'মাচিদিজ বেঞ্জ' এখন চলি গৈছিল। সি আগবাঢ়ি যাওঁতে মনতে প্ৰশ্ন কৰিছিল—'এতিয়া জানো পাত লোৱা সময়?' সেই খন মিঃ এলেনৰ গাড়ী বুলি সি জানিছিল। পাতঘৰটোত সি চিনি পাইছিল—সেইটো সোতৰ নম্বৰ বাগান। কেইদিনমানৰ আগতে—নহয় সি প্ৰথম কামলৈ অহাৰ দিনা, ডাক্তৰ ভৌমিকৰ মুখত এই পাতঘৰটোৰ নাম সি শুনিছিল। তাৰ মনত আছে। সেই দিনা এজনী ছোৱালী

এই পাতঘৰলৈ এলেনৰ চিকাৰ হৈ আহিছিল—তাইৰ বয়স কুৰি বছৰৰ কম আছিল—এ টিন-এজেড্ গাৰ্ল। হয়তো লছমী,—হয়তো আন কোনোবা? আজি? পাতঘৰটোত কোনোবাই কথা পতা যেন শুনি সি অলপ আঁত-ৰতে বৈ পৰিছিল। সময় কাণিমুনি। চাহৰ জোপাবোৰৰ আঁৰত সি লুকাই পৰিছিল। কথাবোৰ সি শুনিছিল—বুজিছিলোঁ। কথাবোৰ হৈছিল শুদ্ধ আৰু স্পষ্ট বঙালী ভাষাত। এগৰাকী নাৰী আৰু এজন পুৰুষৰ মাজত। নাৰীৰ কথাৰ সুৰত আছিল ক্ষোভ, প্ৰতিহিংসা। পুৰুষৰ কথাত সভয় কাতৰতা।

নাৰীকণ্ঠ—টকা বহুত দেখিছোঁ মহাশয়। কিন্তু টকাই জানো একমাত্ৰ কথা?

পুৰুষৰ কণ্ঠ—মই বাৰু কেনেকৈ জানো?

নাৰী—কি কেনেকৈ জানো? মোক আপুনি কাৰ ওচৰলৈ লৈ আহিছে আপুনি নাজানিব কিয়? এই ব্যৱসায় আপুনি আজি প্ৰথম কৰা নাই।

পুৰুষ—কিন্তু···

নাৰী—শুনক। নাৰীৰ প্ৰেমৰ ক্ষুধা আঁতৰাব নোৱাৰা এটা নিষ্পৌৰুষ ফিৰিঙিৰ ওচৰলৈ আপুনি মোক লৈ আহিছে। তাকো আনিছে বাগিচাৰ ঘৰলৈ। মোক কিবা বাগিচাৰ পাত তোলা মাইকী পাইছেনেকি? আপোনাক মই কেতিয়াও ক্ষমা কৰিব নোৱাৰোঁ।

পুৰুষ—মোক ক্ষমা কৰা। মই যি লাগে টকা···

নাৰী—টকাটো দিবই। তদুপৰি এইদৰে অতৃপ্ত ৰাখিবৰ কোনো অধিকাৰ আপোনাৰ নাই। আপুনিতো জানেই···

পুৰুষ—তোমাক মই যথেষ্ট টকা দিম। তুমি মোক ক্ষমা কৰা। মোৰ মান-সন্মান তুমি ৰক্ষা কৰা।

নাৰী—নাৰীক লৈ ব্যৱসায় কৰা মানুহৰ আকৌ মান-সন্মান আছে! কওক কিমান টকা আপুনি দিব পাৰে?

পুৰুষ—কোৱা, কিমান দিলে তুমি মোক এৰি দিবা?

নাৰী—পাঁচ শ টকা। চেক্ দি নহয়, নগদ।

পুৰুষ—মই দোষী সঁচা, কিন্তু মই নিৰুপায়। মই তোমাক পাঁচ শ টকা দিবলৈ প্ৰতিশ্ৰুতি দিলোঁ।

সিফালৰপৰা অহা গাড়ী এখনৰ উজ্জ্বল পোহৰত পাতঘৰত দেখা গৈছিল বৰচলং বাগিচাৰ ডাক্তৰ শ্ৰীহৰিবিলাস ভৌমিকক আৰু এজনী খাচীয়া গাভৰুক। গাড়ীৰ চালকে গাড়ীখন পাতঘৰটোৰ আগতে ঘূৰাই



লৈ পিচৰ আৰু আগৰ দুৱোখন দুৱাৰ খুলি দিছিল। পিচৰ চীটত খাচীয়া গাভৰু বহাৰ পাচত ডাক্তৰ ভৌমিকেই দুৱাৰ বন্ধ কৰি দিছিল—শ্ৰদ্ধাৰে। ডাক্তৰ ভৌমিক আগৰ চীটত বহাৰ পাচত গাড়ীখন অহা বাটে ঘূৰি গৈছিল। সেইখন গাড়ীৰ নাম 'মাচিডিজ্ বেঞ্জ'—মালিক বাঘা চাহাব মিঃ এলেন।····

সেই দিনাৰ দিনটো যেন অজয়ৰ কাৰণে নাটকীয় হৈ পৰিছিল। সেই দিনটোৰ কথা সি পাহৰি যাব পৰা হ'লেই ভাল আছিল। কিন্তু পাহৰা যেন অসম্ভৱ। অবিস্মৰণীয় এটা লেতেৰা দিন।

সোতৰ নম্বৰৰ পাতঘৰ এৰি সি কেইবাটাও বনুৱাৰ 'লাইন'ৰ মাজেদি গৈ তাৰ ঘৰটো পাইছিলগৈ। দিনটোৰ ভাগৰ পলাবৰ কাৰণে গোৱা গান আৰু গাভৰুহঁতৰ নৃত্য আয়োজনৰে সন্ধিয়াটো মুখৰ হৈ উঠিছে—ঠায়ে ঠায়ে। বৰচলঙৰ এই সৰু পৃথিৱীখনৰে এফালে বীভৎস সভ্যতা (?) আৰু আনফালে 'জঙ্গলী' বনুৱাবোৰৰ ঈশ-গান—এই দুটাৰ মাজত নিজৰ অৱস্থিতি ক'ত—বুজিব নোৱাৰি অজয়ৰ মনটোত ভাবৰ উথল-মাথল লাগিছিল। সি শুনিছিল সৎনাৰায়ণহঁতৰ চোতালত ডেকাহঁতে ৰামায়ণ গাইছে—

অ' দাসী নিবেদন,
মাইৰ নাহে' ধৰে দে এখন।
সীতা বলে মৃগ চামে
বানাৰ গ' আসন
অ' দাসী·· ·· ·· ··

সীতাৰ ৰামায়ণখনৰ লগত, অশোকবনখনৰ লগত বৰচলঙৰ সোতৰ নম্বৰ পাতঘৰটোৰ তুলনা এটা কৰিবৰ মন তাৰ গৈছিল। বাল্মীকিক অপমান কৰিবলৈ তাৰ পিছে সাহ নহ'ল।

ক'ৱা লাইনৰ লেংটি মৰা ক'ৱা বনুৱাহঁতে সিহঁতৰ দোৱানতে গোৱা গানটোৰ অৰ্থ নাপাই তাৰ ভালেই লাগিছিল। সিহঁতে গাইছিল—

কৌন কথা মোৰ মামা
ক' ক'ৰে ক'ৰে।

ধাঁচী লাইনত সুন্দৰ ঝুমুৰ চলিছিল—

একটি পইচাৰ পুতি মাছ
কি দিয়ে ৰান্ধিব গ'
বাগান বুঢ়া মৰে গেলে
কি বলে কান্দিব গ'।

গানৰ শেষত ঢোলোকৰ লগে লগে গাইছিল—

যা গোঁজো গোঁ যা—ইত্যাদি।

গাভৰুহঁতে সিহঁতৰ চুলিবোৰ মেলি লৈ, ইজনীয়ে সিজনীয়ে ধৰা ধৰি কৰি নাচিছিল ঢোলোকৰ চেৰে চেৰে।

অজয়ে ভাবিছিল—ইহঁতৰ কেইজনী বা বাধা চাহাবৰ চিকাৰ হৈছিল! আৰু কেইজনী বা হয়!! তাৰ কিন্তু আটাইতকৈ অশান্তি লাগিছিল তেতিয়া, যেতিয়া ডাঃ ভৌমিকৰ জীয়েকৰ মুখৰ শ্যামা সঙ্গীত আহি তাৰ কাণত বাজিছিল। তাই গাইছিল—

সকলি তোমাৰ ইচ্ছা,
ইচ্ছাময়ী তাৰা তুমি
তোমাৰ কাৰ্য্য তুমি কৰ মা
লোকে বলে কৰি আমি—

ছোৱালীজনীৰ সুৰদী কণ্ঠৰ গানটো আজি অজয়ৰ কাণত বজ্ৰৰ দৰে কঠুৱা লাগিছিল। অজয়ৰ এনেহে লাগিছিল যেন ডাক্তৰ ভৌমিকৰ ঘৰৰ সমস্ত বায়ু দূষিত হৈ পৰিছে আৰু সেই বায়ুৰে বৈ লৈ অহা এই শ্যামা সঙ্গীতৰ ঢৌবোৰৰ খুন্দাত তাৰ কাণ দুখনত অসহ্য বেদনা আৰম্ভ হৈছে। সি কাণ দুখন দুই হাতেৰে হেচি ধৰি সেইছোৱা পাৰ হৈছিল। নিজৰ ঘৰটোৰ ওচৰ পাই হাত দুটা এৰি দিওঁতে তাৰ কাণত পৰিছিল নন্দী গোৱালৰ ঘৰৰ কীৰ্তনৰ সুৰ—

যন্ত্ৰ যদি পৰে থাকে লক্ষ জনাৰ মাঝে,
যন্ত্ৰীৰ বিহনে যন্ত্ৰ কেমন কৰে বাজে।



বাজে না বাজে না।
যন্ত্ৰীৰ বিহনে যন্ত্ৰ
বাজে না বাজে না।

কীৰ্তন শুনি সি সুঁৱৰিছিল দুৰ্য্যোধনৰ সেই কথাষাৰ—

যথা নিযুক্তোস্মি তথা কৰোমি।

ডাক্তৰ ভৌমিকেও চাগে ৰাতি শুবৰ সময়ত তাকে দোহাৰিব—

যথা নিযুক্তোস্মি তথা কৰোমি।

তেতিয়া চাগে যমপুৰীত চিত্ৰগুপ্তই ডাক্তৰ ভৌমিকৰ হিচাবৰ পাপৰ ঘৰৰ এণ্ট্ৰিবোৰ ৰাইট অফ্ কৰি দিব।

. . . অজয় খৰধৰকৈ ঘৰৰ ভিতৰত সোমাল। ৰান্ধনিটো আহি পাইছিলহি। অজয়ৰ আগত চৰৰত গিলাচ থওঁতে অজয়ে তাক মাথোন এটা কথা সুধিছিল—'তই ঈশ্বৰ বিশ্বাস কৰনে?' ৰান্ধনিটো এই প্ৰশ্ন শুনিবলৈ প্ৰস্তুত নাছিল। সি মূৰটো খজুৱাই অজয়লৈ চাইছিল—'কৰাই-দেউ?'

'বাৰু যা—' অজয়ে উত্তৰ দিছিল এইদৰে।

* * *

তেতিয়া ৰাতি প্ৰায় এঘাৰ বাজে।

অজয়ে তেতিয়া ৰাতিৰ খোৱা শেষ কৰি শোৱাৰ যো-জা কৰিছিল। অজয়ৰ ৰান্ধনিটোৱে তেতিয়া সকলো কাম-বন শেষ হোৱাৰ আনন্দত এটা পুৰণা বনগীত গুণগুণাই তাৰ গাৰুৰ তলত বিৰিৰ টুকুৰা বিচাৰিছিল।

অজয়ৰ দুৱাৰত কাৰোবাৰ হাতৰ টোকৰ পৰিছিল সেই সময়তে—দুৱাৰখন খুলি দি অজয়ে যিজন মানুহ দেখিলে তেওঁক দেখিবলৈ সি কেতিয়াও আশা কৰা নাছিল। সি বজ্ৰাহতৰ দৰে অবাক দৃষ্টিৰে মানুহজনৰ মুখলৈ চালে।

—কি খবৰ?

—মইতো আচৰিত হৈছোঁ। আপুনি এই অসময়ত—মোৰ ঘৰত? বহকচোন, বহক।

--আচৰিত কি ? ইমান দিন যে মোৰ আপোনাৰ ঘৰলৈ অহা হোৱা নাই সেইটোহে আচলতে আচৰিত।

--তাৰ বাবে মই আচৰিত মুঠেই হোৱা নাছিলোঁ। কাৰণ আজি-কালিৰ মানুহে সময়ৰ মূল্য বুজিবলৈ আৰম্ভ কৰিছে। তদুপৰি 'চচিয়েল-ভিজিট' বোলা কথাটো আজিকালিৰ মানুহে নিষ্প্ৰয়োজন বুলি ভাবিবলৈ লৈছে।

—নাই নাই, সেইটো কথা নহয়। অৱশ্যে মানুহৰ আজিকালি সময়ৰ অভাৱ, সেই কথা সঁচা।

—তাকেইতো ক'লোঁ। তাতে আপুনি যে কিমান ব্যস্ত মানুহ মই জানো নাজানো ?

মানুহজন যেন হঠাতে ৰঙা পৰি গৈছিল। যেন তেওঁৰ বাক্‌ৰুদ্ধ হৈ গৈছিল,—তেওঁৰ চেহেৰাত তাৰে পৰিচয় দেখা গৈছিল। ইতিমধ্যে তেওঁ বহিছিল।

—এই ৰাতি আপুনি চাগৈ এনেয়ে অহা নাই। কওকচোন, যদি কিবা. . . .

—একেবাৰে এনেয়ে অহা অৱশ্যে নাই। বাৰু আজি সন্ধিয়া আপুনি বাগিচাৰ মাজেদি ফুৰিবলৈ ওলাই····

--হয় হয় গৈছিলোঁ। কিয় সুধিলে ?

—এৰা, বৰ চাহাবৰ ড্ৰাইভাৰে আপোনাক দেখা পাইছিল।

--হ'ব পাৰে। সোতৰ নম্বৰ পাতঘৰৰ আগতে 'মাচিডিজ' খন ঘূৰোৱা দেখিছিলোঁ।

—আৰু কি দেখিছিল ?

—গাড়ীখনে দুগৰাকী মানুহ তুলি লৈছিল। আপোনাক আৰু...

—বাৰু হ'ব। কিন্তু চাওক অজয় বাবু, মোক আপুনি ভুল নুবুজিব। খাচীয়া ছোৱালীজনীৰ লগত মোৰ কোনো সম্পৰ্ক নাছিল।

--মিঃ এলেনৰ গাড়ীয়ে আপোনালোকক লৈ যোৱাৰ পাচত আপোনাৰ কাৰ লগত কি সম্পৰ্ক সেই কথা বুজাত মোৰ সমূলি আহুকাল হোৱা নাই। তদুপৰি····

—তদুপৰি কি ?

--তদুপৰি তাৰ আগে আগেও এবাৰ বৰ চাহাবৰ গাড়ীখন সেই একে ঠাইৰেপৰা আঁতৰি গৈছিল। মই তাকো দেখিছিলোঁ।

—এতিয়া চাওক। আপুনি বুদ্ধিমান ডেকা। এই কথাবোৰ যদি



কেনেবাকৈ প্ৰকাশ পায়, চাহাবৰ ড্ৰাইভাৰৰ চকুত আপুনি ধৰা পৰাৰ পাচত তাৰ প্ৰতিক্ৰিয়া কি হ'ব পাৰে আপুনি চাগৈ বুজিছে।

--এটা কথা ডাক্তৰ ভৌমিক, কথাটো প্ৰকাশ পালে বৰ চাহাবে মোক কি শাস্তি বিহিব সেই বিষয় চিন্তা কৰা ধাতুৰ মানুহ মই নহওঁ। কিন্তু কথা হ'ল--যি যিমানলৈ পানীত নামে সি সিমানলৈ তিতে। দৰ্শকৰ কি আহে যায় ? আপোনালোকৰ কাণ্ডবোৰ দেখি বেয়া পাইছোঁ ঠিক ; কিন্তু সেইবোৰ কথাকে লৈ কাৰোবাৰ লগত ক'ৰবাত আলোচনা কৰাটো মোৰ নীতি নহয় আৰু তাৰ বাবে মোৰ সময়ো নাই।

কিন্তু ড্ৰাইভাৰ খাচীয়াই আপোনাক দেখা কথা বৰ চাহাবক কৈছে আৰু বৰ চাহাবেও আপুনি হয়তো কথাবোৰ জানিছে বুলি সন্দেহ কৰিছে ?

মিষ্টাৰ এলেনে তেনেহলে নিজে কিছুমান দুষ্কৰ্ম কৰা বুলি জানিছে ? পাপলৈ তেনেহলে তেওঁৰ ভয় আছে ? তেওঁ তেনেহলে ভাবি আছে যে তেওঁৰ কীৰ্তি-কলাপৰ কথা ইয়াত কোনেও নাজানে ?

—বৰচাহাবে আন কালৈকো ভয় নকৰে। ভয় কৰে মাত্ৰ মেম-চাহাবলৈ। বাৰু যেই হওক, বৰচাহাবে আপানাক লগ পাবলৈ বিচাৰে।

—এতিয়াই ?

—নহয়, কাইলৈ ৰাতিপুৱা তেওঁৰ বঙলাৰ অফিচ ৰুমত। আপুনি অফিচলৈ যোৱা সময়তে।

--আপুনি এতিয়া মিঃ এলেনক লগ পাবনেকি ?

--ৰাতিপুৱা পাম।

—মই যাম বুলি ক'ব। কিন্তু এই বিলাক বিষয়ৰ কথা নুলিয়া-লেই ভাল বুলি আপুনি তেওঁক আগতিয়াকৈ কৈ থব। এনেবোৰ কথাৰ আলোচনাও ঘৃণনীয় আৰু সেইবাবে পৰিত্যাজ্য বুলি মই ভাবোঁ।

--মই তেনেহলে বিদায় কৰোঁ।

—ভাল।

ডাক্তৰ ভৌমিক যোৱাৰ পাচত বহুত সময়লৈ অজয়ৰ কাণত বাজি আছিল সন্ধিয়া শুনা শ্যামা সঙ্গীতটো—

'সকলি তোমাৰ ইচ্ছা
ইচ্ছাময়ী তাৰা তুমি।'

(৪)

কোৰ কোনে মাৰিব ?

পিচদিনা ৰাতিপুৱা।

বৰচলঙ বাগিচাৰ বৰচাহাব বৰবঙলাৰ অফিচ কামৰাত বহি আছিল। কাষৰ দলিচাখনত বহি আছিল 'পেণ্ঠাৰ'। মেমচাহাব বঙলাৰ নাছিল। ডাক্তৰ ভৌমিক আৰু মেম চাহাব জেচী এলেন তেতিয়া ব্যস্ত আছিল চাহাবৰ মুৰ্গী ঘৰত। মুৰ্গীবোৰৰ এপিডেমিক হৈছিল। বহুত মুৰ্গী মৰিছিল।

অজয় আহি চিৰিত থিয় দিওঁতে পেণ্ঠাৰে গুমৰি উঠিছিল। বৰচাহাবে মনে মনে থাকিবলৈ সঙ্কেত দি অজয়ক অফিচ কাম্ৰালৈ মাতি আনিছিল।

দুয়ো কথা পাতিছিল। বৰচাহাব মিষ্টাৰ এলেন আৰু সমুখত থিয় দি অজয়। ভাষা ইংৰাজী।

—আপুনি লাইনৰ ল'ৰা এটাক পঢ়াবলৈ লৈছে ?

—হয়, নয়ন তাঁতীক।

(আৰু আছে)

# বিভিন্ন শিক্ষানুষ্ঠানৰ সন্দৰ্ভত

## বোম্বাইৰ চিঠি

ডেমগ্ৰাফিক ৰিচাৰ্চ এণ্ড ট্ৰেনিং চেণ্টাৰৰ পৰা

প্ৰফুল্ল নেওগ

দিল্লী নিবাসী অসমীয়া ছাত্ৰ সন্মিলনলৈ ধন্যবাদ। ৰাজধানীৰ বুকুৰ পৰা এই সকল অসমীয়া শিক্ষা নবিচে যি মহান উদ্দেশ্যৰে আত্মশক্তিক জগাবলৈ চেষ্টা কৰিছে তাক সময়ে উত্তৰ দিব আৰু হাজাৰ হাজাৰ লুইতপৰীয়াই আদৰি লব।

এই লিখক 'ডেমগ্ৰাফিক ৰিচাৰ্চ এণ্ড ট্ৰেনিং চেণ্টাৰ'ৰ এজন গৱেষক। ১৯৫৭ চনত স্থাপিত ইউ-এন আৰু ভাৰত চৰকাৰৰ সহযোগিতাত চলোৱা ই এটি যুটীয়া অনুষ্ঠান। বৰ্তমান ই লাহে লাহে আগুৱাই গৈছে আৰু এচিয়াৰ সৰ্বপ্ৰথম জন সংখ্যা অধ্যয়ন ( Population studies )ৰ কেন্দ্ৰৰূপে স্বীকৃতি পাইছে। এই কেন্দ্ৰটো বোম্বাইৰ মূল চহৰৰপৰা ১৭ মাইল দূৰৈৰ চেম্বুৰত অৱস্থিত। ঠিকনা এই: ডেমগ্ৰাফিক ৰিচাৰ্চ এণ্ড ট্ৰেনিং চেণ্টাৰ, গোবিন্দ ষ্টেচন ৰোড, চেম্বুৰ, বোম্বে—৭। টাটা ইনষ্টিউট অৱ চচিয়েল চাইন্সৰ প্ৰায় সমুখতে।

কেনেকৈ ভৰ্তি হব ? এই অনুষ্ঠানত ভৰ্তি হ'বৰ বাবে সাধাৰণতে জুন মাহত ভাৰতৰ প্ৰায়বোৰ বাতৰি কাকতত দৰ্খাস্ত বিচাৰি জাননী দিয়ে। (দুৰ্ভাগ্য বশতঃ যোৱা বছৰৰ অসমৰ কোনো বাতৰি কাকতত জাননী নাছিল। কলিকতাৰ 'ষ্টেটচ্মেন' চাব।)

ইয়াত দুটা ক'ৰ্চ। এটা চাৰ্টিফিকেট আৰু ডিপ্লোমাৰ আৰু আনটো পি-এইচ-ডিৰ। আগৰটো দুবছৰীয়া আৰু প্ৰথম বছৰত প্ৰমাণ-পত্ৰ লৈ পুনৰ বাছনিত উঠিলে ডিপ্লোমা-ক'ৰ্চ পঢ়িব পাৰে। যোৱা বছৰ

পি-এইচ-ডি শ্ৰেণীত ৫ জন ছাত্ৰ ভৰ্তি হৈছে। ইয়াৰ বাবে বোম্বে বিশ্ববিদ্যালয়ত 'ইণ্টাৰ ভিউ' লয় (যোৱা বছৰ ১৩ জুলাই আছিল।) পি-এইচ-ডিত এইবাৰ ছাত্ৰ লোৱাৰ আশা নাই। এই অনুষ্ঠানৰ পৰিচালক ( Director ) ডাঃ চন্দ্ৰ শেখৰন এজন অতি ব্যক্তিত্বসম্পন্ন মানুহ। তেখেতৰ ওপৰতেই পি-এইচ-ডিত ভৰ্তিৰ নিৰ্ভৰ কৰে। অনুষ্ঠানৰ আসন মুঠতে ২৪ খন। তাৰে ১২ খন বিদেশী ছাত্ৰৰ বাবে। বৰ্তমান ইয়াত ইৰাণৰপৰা জাপানলৈকে ছাত্ৰ আছে। ভাৰতীয় প্ৰথম ছয়জনক ভাৰত-চৰকাৰে বৃত্তি দিয়ে ২৫০ টকাকৈ। বাকী কিজন বেলেগ বেলেগ প্ৰদেশৰ চৰকাৰী চাকৰিয়াল ( Deputed Scholar )। এই সকলৰ খৰচ-পাতি সকলো সেই চৰকাৰৰ। বিদেশী ছাত্ৰসকলে ইউ-এনৰ পৰা বৃত্তি পায়। অৱশ্যে তেওঁলোকৰ বৃত্তি আমাতকৈ কেইবা শবো বেচি।

যোগ্যতাঃ—এই বিষয়টোৰ সাধাৰণ যোগ্যতা হ'ল প্ৰথম শ্ৰেণীৰ বা উচচ ২য় শ্ৰেণীৰ এম-এ, এম-এচ-চি। বিদেশৰ ছাত্ৰসকলৰ প্ৰায়েই গ্ৰেজুৱেট। এই কেইটা বিষয়ত উচচশিক্ষা লাগে। গণিত, সংখ্যা বিজ্ঞান ( Statistic ), অৰ্থনীতি, নৃতত্ব ( Anthropology ), সমাজ-বিজ্ঞান ( Sociology ), মনোবিজ্ঞান ( Psychology ) ইত্যাদি। সংখ্যা-বিজ্ঞান আৰু গণিতৰ কিছু জ্ঞান থকা দৰকাৰ। যাৰ এই বিষয়ত অলপো বাপ নাই তেওঁলোকে দৰ্খাস্ত নকৰাই ভাল আৰু ভাল দ্বিতীয় শ্ৰেণী নহ'লে দৰ্খাস্ত পঠোৱাৰ দৰকাৰ নাই। অহা বছৰত ভাৰতীয় ছাত্ৰৰ আসন বঢ়াৰ আশা নাই; কিন্তু বিদেশী ছাত্ৰৰ আসন আৰু অন্যান্য সুবিধা বৃদ্ধিৰ সম্ভাৱনা বেচি।

হোষ্টেল আদিৰ ব্যৱস্থাঃ—অনুষ্ঠানৰ নিচেই কাষতে হোষ্টেল। ল'ৰা-ছোৱালী, দেশী-বিদেশী সকাৰে বালেৰে একেটা হোষ্টেলেই। বিছনাকে আৰম্ভ কৰি সকলো সুবিধা দিছে। কেনোবাই ইচ্ছা কৰিলে বোম্বাইতো থাকিব পাৰে। তাৰপৰা আহিবলৈ অনুষ্ঠানৰ গাড়ী আছে। এনেকৈ অহা-যোৱা কৰা ভালেমান ছাত্ৰ-ছাত্ৰী আছে। ভৰ্তি মাছুল ক'তো নাই। কেৱল ঘৰ-ভাৰা, পানী, ইলেকট্ৰিক লাইটৰ বাবদ মাহে ২৫ টকা দিব লাগে। ভাৰতীয়, দেশী-বিদেশী সকলো ধৰণৰ খাদ্যকে পোৱা যায়। সাধাৰণতে মেছত দিব লগীয়া ধন ১৩০ টকাৰ কমলৈ নাহে। লাইব্ৰেৰীটোৱে আপোনাক অজস্ৰ সহায় কৰিব। আপোনাক লগা সকলো কিতাপ পাব। নাপালে বোম্বে বিশ্ববিদ্যালয়ৰ পৰা বা ওচৰতে থকা টাটা চচিয়েল চাইন্সৰ লাইব্ৰেৰীৰপৰা আনি দিব। ইউ-এন-এ বছৰি বহুত কিতাপ পঠিয়ায়। গাইগুটীয়াকৈ কেতিয়াবাহে



দুই এখন কিতাপ ভাৰতীয় ছাত্ৰই পায়। বিদেশী ছাত্ৰই বহুত দৰকাৰী কিতাপ বিনা পইচাতে পায়। ভৱিষ্যতে ভাৰতীয় ছাত্ৰয়ো পোৱাৰ আশা আছে।

বিষয়টোনো কেনেঃ—এইটো সংখ্যা বিজ্ঞানেৰে অধ্যয়ন কৰা মানৱ বিজ্ঞানৰ গৱেষণা। Technical Demography আৰু Substantive Demography ই মূল বস্তু। General Demography, Mortality, Fertility, Aging, Mrobidity, Migration, Attitude study, Social Research Study, Family Planning and its method, Population Control আদি বহুবোৰ বিষয় পঢ়িব লাগে। ইয়াৰ বাহিৰেও Public Health, Environmental study আৰু Economic Growth আদি বিষয়ো পঢ়িব লাগে। দুজন ইউ-এন বিশেষজ্ঞৰে বঢ়িয়া শিক্ষকমণ্ডলী। তাৰ উপৰিও বিদেশৰপৰা সময়ে সময়ে বিশেষজ্ঞ আহি বক্তৃতা দি যায়হি। চৰকাৰৰ খৰচতে কলিকতা, দিল্লী আৰু পুনাত প্ৰশিক্ষণ থাকে। দ্বিতীয় বছৰত ( Diploma Course ) ইচ্ছানুযায়ী যি কোনো বিষয়ত 'স্পেচিয়েলাইজেচন' লব পাৰি। ইয়াৰ টেক্‌নিকেল ষ্টাফো বেছ' আগবঢ়া। যাবতীয় সকলো যন্ত্ৰ-পাতিৰে অনুষ্ঠানটো সজ্জিত।

ভৱিষ্যতঃ—নিশ্চয় আপুনি ভয় কৰিছে কিজানি পঢ়া শেষ হ'লেই অফিচে অফিচে ঘূৰি ফুৰাৰ অভিযান আৰম্ভ হ'ব। ভয় নকৰিব। এতিয়ালৈকে ভাৰতীয় ছাত্ৰ কোনো বহি থকা নাই। আপোনাক লব পৰা বিভাগবোৰ হ'ল ডেমোগ্ৰাফিক বিভাগ, পিয়ল, সংখ্যা বিজ্ঞান আৰু অৰ্থনীতি, পৰিকল্পনা আয়োগ, পৰিয়াল পৰিকল্পনা, চৰকাৰৰ জন-সংখ্যা উপদেষ্টা, অৰ্থনীতি উন্নয়নৰ গৱেষণা বিভাগ, ইত্যাদি। ইয়াৰ বাহিৰেও আৰু উল্লেখ নকৰা সংস্থান পাব। এই অনুষ্ঠানত পাছ কৰা কেৱাজনো ছাত্ৰ বৰ্তমান ইয়াৰে শিক্ষক। দৰমহা পাঁচশবো অধিক পায়। বাকী কেৱাজনেও নতুনকৈ খোলা পৰিয়াল পৰিকল্পনা আঁচনিত ভাল ভাল চাকৰি পাইছে। বহুতে চাৰ্টিফিকেট ক'ৰ্চ শেষ কৰিয়ে বিদেশত পি-এইচ-ডি পঢ়িবলৈ ইংল্যাণ্ড আৰু আমেৰিকাৰ বৃত্তি পাইছে। কোনো চৰকাৰৰ জনসংখ্যা নিয়ন্ত্ৰণৰ উপদেষ্টাও নিয়োজিত হৈছে।

দিল্লীত যোৱা ১০ ডিচেম্বৰৰ পৰা ২০ ডিচেম্বৰলৈকে প্ৰথম এচিয়ান পপুলেচন কনফাৰেন্স হৈ গৈছে। আমাৰ এই অনুষ্ঠানৰ সকলো ছাত্ৰ ইউ-এন বিশেষজ্ঞ হিচাবে নিমন্ত্ৰিত হৈছিল আৰু যোগ দি আহিছোঁ।

এই কেন্দ্ৰৰ মহৎ উদ্দেশ্য আলোচনা কৰি প্ৰায়বোৰ এচিয়াৰ দেশেই নিজৰ নিজৰ ছাত্ৰ পঢ়িবলৈ পঠোৱাৰ আৰু জাতি সংঘৰ জনসংখ্যা আৰু

ECAFE সচিবালয়ে অধিক সাহায্য দিয়াৰ কথা প্ৰকাশ পাইছে। অধিক জনসংখ্যাৰে জৰ্জৰিত হবলৈ কোনোৱে নিবিচাৰে। মানুহৰ সুখ ৰচনা কৰাই আমাৰ গৱেষণাৰ মূল মন্ত্ৰ। বৰ্তমান ইয়াত আমি দুজন অসমীয়া ছাত্ৰ। লিখক ভাৰত চৰকাৰৰ বৃত্তি আৰু বাকীজন অসম চৰকাৰৰ বিভাগীয় ছাত্ৰ। আমি দুয়োৱেই প্ৰথম অসমীয়া ছাত্ৰ। ভৱিষ্যতলৈ কমেও এজনকৈ অসমীয়া ছাত্ৰ আহিব বুলি আশা কৰিলোঁ। এটা কথা মন কৰিব। বাতৰি কাগজতো প্ৰক্সি চলে। জাননী আৰু বৃত্তিৰ বাবে বম্বেৰ টাইমচ্ অব্ ইণ্ডিয়া, দি ইণ্ডিয়ান এক্সপ্ৰেছত চকু ৰাখে যেন। যোৱা বছৰ বিশ্ববিদ্যালয় অনুদান আয়োগৰ বৃত্তিৰ ফৰ্ম আমাৰ মাননীয় ৰেজিষ্ট্ৰাৰ দেৱৰ কোনো কেৰাণীৰ শেষ তাৰিখলৈকে ফাইলৰ মাজত সোমাই থাকিল। কেইজন অসমীয়া ছাত্ৰই পালে খবৰ লবচোন। এনেকুৱা ব্যৱহাৰ নৰ ঘাতকীৰ লগতহে তুলনা কৰিব পাৰি। দিল্লীত অসমীয়াৰ অস্তিত্ব স্থাপিত হৈছে। ইয়াত তাৰ ছাঁটোও নাই। বাহিৰলৈ ওলাই আহি অসমী আইৰ ৰূপ-লাৱণ্য আৰু আন্তৰিক সৌন্দৰ্য্য, ঠেকমনা, প্ৰাদেশিকতাদি বুলি হাঁহোতা সকলক জনাওকহি। দিল্লীয়ে জনাইছে। এই প্ৰচেষ্টা সফল হওঁক।

## এলাহাবাদৰ চিঠি

### এলাহাবাদ বিশ্ববিদ্যালয়ৰপৰা : জি. বি.

১৮৮৭ চনৰপৰাই এলাহাবাদ উত্তৰ ভাৰতৰ এক অন্যতম শিক্ষাৰ কেন্দ্ৰ হৈ আহিছে। বৰ্তমান ভাৰতৰ কেইবাজনো খ্যাতনামা ৰাজনীতি-বিদ, প্ৰশাসক আৰু পণ্ডিতে এলাহাবাদ বিশ্ববিদ্যালয়ৰপৰাই শিক্ষা লাভ কৰি গৈছে। চহৰৰ এমূৰৰ এক শান্ত অঞ্চলত অৱস্থিত এই বিশ্ববিদ্যা-লয়ত অধ্যয়নৰ এক আদৰ্শ পৰিৱেশ সকলোৱে চকুত পৰে। ইয়াৰ প্ৰায়বোৰ ঘৰেই পুৰণা ধৰণৰ, কিন্তু গাম্ভীৰ্য্যপূৰ্ণ। কলা, আইন, বাণিজ্য আৰু প্ৰশাসনীয় বিভাগ ওচৰা-উচৰিকৈ অৱস্থিত। বিজ্ঞান বিভাগ তাৰ পৰা কিছু দূৰৈত।

ইয়াৰ বি-এ, বি-এচ-চি, বি-কমৰ ক্লাছসমূহো বিশ্ববিদ্যালয়ৰ ভিতৰতে হয় আৰু একে কেইগৰাকী শিক্ষকেই সকলো ছাত্ৰকে শিক্ষা দান কৰে। ছাত্ৰ আৰু শিক্ষকসকলৰ মাজত আন্তৰিকতা স্থাপনৰ সুবিধা টিউটৰিয়েল ক্লাছবিলাকে দিয়ে। বেচি ভাগ ছাত্ৰই যথেষ্ট পৰিমাণে পঢ়া-শুনা কৰা



দেখা যায়। তদুপৰি বিশ্ববিদ্যালয়খনত এক প্ৰতিযোগিতাৰ পৰিবেশ ভালদৰে চকুত পৰে।

পঢ়া-শুনাৰ বাহিৰেও ছাত্ৰসকলে অন্যান্য ক্ষেত্ৰতো আগ্ৰহ আৰু উৎসাহেৰে যোগদান কৰে। আলোচনা, তৰ্ক ইত্যাদিৰ কাৰণে ভালে কেইটা ক্লাব বিশ্ববিদ্যালয়ত আছে। তাৰ ভিতৰত ফ্ৰাই ডে' ক্লাব আৰু ইলিচিয়ামেই প্ৰধান। তদুপৰি প্ৰতিটো বিভাগতে এনে ক্লাব নাইবা সন্থা আছে।

খেলা-ধূলা, তৰ্ক-প্ৰতিযোগিতা আৰু সঙ্গীতত এই বিশ্ববিদ্যালয়ে সুনাম অৰ্জন কৰি আহিছে। খেলা-ধূলাৰ ভিতৰত ক্ৰিকেট, ভলীবল, হকী, বক্সিং, টেনিচ্ আৰু বেড্মিণ্টনত এলাহাবাদ আগৰণুৱা। বৰ্তমান ভাৰতৰ সৰ্বশ্ৰেষ্ঠ বেড্মিণ্টন খেলুৱৈ সুৰেল গোৱেল এই বিশ্ববিদ্যালয়ৰে ছাত্ৰ আছিল। যোৱা সৰ্বভাৰতীয় আন্তঃবিশ্ববিদ্যালয় টেনিচ্ প্ৰতিযো-গিতাত এলাহাবাদ দল বিজয়ী হয়।

এলাহাবাদ বিশ্ববিদ্যালয়ৰ লগত অসমীয়া ছাত্ৰ-ছাত্ৰীৰ সম্বন্ধ কেৱল আজিৰে নহয়। ভালেমান অসমীয়া লোকে এই বিশ্ববিদ্যালয়ত শিক্ষা লাভ কৰি সুখ্যাতি অৰ্জন কৰি গৈছে। বৰ্তমান ইয়াত অসমৰপৰা বিদ্যাৰ্থীৰ সংখ্যা মুঠ ৮ জন (ছজন ছাত্ৰ আৰু দুগৰাকী ছাত্ৰী)। এই গোটেই কেইজনেই স্নাতকোত্তৰ মহলাৰ। আজি ন-দহ বছৰৰ ভিতৰত এই সংখ্যাই সৰ্বনিম্ন। যোৱা বছৰৰ সংখ্যা আছিল ১৫ জন।

এলাহাবাদ বিশ্ববিদ্যালয়তো এখন অসমীয়া ছাত্ৰ সন্থা আছে। এই সন্থাৰ মূল উদ্দেশ্য হৈছে অসমীয়া ছাত্ৰ আৰু ভাৰতৰ অন্যান্য অঞ্চলৰ পৰা অহা ছাত্ৰসকলৰ মাজত বন্ধুত্ব ভাব গঢ়ি তোলা আৰু দৃঢ় কৰা। অতি সুখৰ বিষয় যে এজন অনা-অসমীয়া শিক্ষক এই সন্থাৰ সভাপতি। প্ৰতি বছৰে অসমীয়া ছাত্ৰসকলে কেইটামান অনুষ্ঠানৰ আয়োজন কৰে। তাৰ ভিতৰত ভোগালি বিহু অতি সমাৰোহেৰে পালন কৰা হয়। তদুপৰি মাজে মাজে তৰ্ক-সভা, আলোচনা-চক্ৰ আৰু বিচিত্ৰানুষ্ঠানৰো আয়োজন কৰা হয়। এই অনুষ্ঠানসমূহৰ এহালাবাদবাসী অসমীয়া লোক সকল আৰু স্থানীয় শিক্ষক আৰু ছাত্ৰই আগ্ৰহেৰে যোগদান কৰে। তেতিয়া দেখিবলৈ পোৱা আনন্দ আৰু বন্ধুত্বৰ পৰিৱেশটোৱে এটি বিশ্বাস জন্মাই যে এনেদৰে কিঞ্চিৎ পৰিমাণে হ'লেও জাতীয় ঐক্যত ইন্ধন যোগাব পৰা যায়।

এই বিশ্ববিদ্যালয়ত অসমীয়া ছাত্ৰসকলে সুনাম অৰ্জন কৰি আহিছে। ১৯৫৭ চনত শ্ৰীঅচ্যুতকুমাৰ শইকীয়াই গোটেই বিশ্ববিদ্যালয়ৰ ভিতৰত

সৰ্বশ্ৰেষ্ঠ ছাত্ৰ বুলি পৰিগণিত হৈ আচাৰ্য্যৰ স্বৰ্ণ পদক লাভ কৰে। এই সন্মান লাভ কৰা তেৱেঁই একমাত্ৰ অসমীয়া। তেওঁ ১৯৫৮ চনৰ অৰ্থনীতিৰ এম-এ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰে। আৰু এবছৰৰ পিচত ভাৰতীয় প্ৰশাসনীয় সেৱালৈ নিৰ্বাচিত হয়। একে বছৰতে ৰাজনীতিত (এম-এ) প্ৰথম শ্ৰেণী পোৱা শ্ৰীহিৰণ্যকুমাৰ ভট্টাচাৰ্য্যই ১৯৫৭-৫৮ চনৰ আই-পি-এচ পৰীক্ষাত প্ৰথম স্থান অধিকাৰ কৰে। বৰ্তমান ৰাজনীতিত এম-এ পঢ়ি থকা শ্ৰীগৌতম বৰুৱাই বেচেলৰ্চ ডিগ্ৰী ক'ৰ্চৰ কলা বিভাগত ১৯৬৩ চনৰ কাৰণে সৰ্বশ্ৰেষ্ঠ ছাত্ৰ হিচাবে পৰিগণিত হৈ আচাৰ্য্যৰ ব্ৰোঞ্জৰ পদক লাভ কৰে। এইবাৰৰ আইন (এল-এল-বি) পৰীক্ষাত শ্ৰীদেৱহাস গোস্বামীয়ে প্ৰথম শ্ৰেণীৰ ২য় স্থান আৰু পদাৰ্থ বিজ্ঞানৰ এম-এচ-চি পৰীক্ষাত শ্ৰীদীপেন হাজৰিকাই প্ৰথম শ্ৰেণীৰ ৩য় স্থান অধিকাৰ কৰে।

ইয়াৰ উপৰিও অন্যান্য ক্ষেত্ৰত অসমীয়া ছাত্ৰসকলে আগভাগ লোৱাৰ উদাহৰণ আছে। উল্লেখযোগ্য যে শ্ৰীগৌতম বৰুৱা ১৯৬৪-৬৫ চনৰ কাৰণে লন-টেনিচৰ অধিনায়ক নিযুক্ত হৈছে। তেওঁ যোৱা সৰ্বভাৰতীয় আন্তঃবিশ্ববিদ্যালয় লন-টেনিচ্ প্ৰতিযোগিতাৰ বিজয়ী দল এলাহাবাদৰ হৈ খেলিছিল।

সুখৰ বিষয় এলাহাবাদত অসমীয়া বিদ্যাৰ্থীৰ সংখ্যা কমি আহিছে যদিও তেওঁলোকৰ সুনাম অটুট আছে।

## স্থানীয় চিঠি

### দিল্লী বিশ্ববিদ্যালয়ৰপৰা : সুজয়াচৰণ শৰ্মা

বৰ্তমান ভাৰতৰ আগশাৰীৰ বিশ্ববিদ্যালয়সমূহৰ ভিতৰত দিল্লী বিশ্ববিদ্যালয়ো এখন। ইয়াৰ শিক্ষা-প্ৰণালী সুব্যৱস্থিত আৰু সুপৰিকল্পিত। খেলা-ধূলা আদি অন্যান্য বিষয়তো এই বিশ্ববিদ্যালয়ে সুনাম অৰ্জন কৰি আহিছে।

দিল্লী বিশ্ববিদ্যালয় পুৰণা দিল্লীত অৱস্থিত। এই ঠাই ডোখৰত অধ্যয়নৰ অনুকূল এটি শান্ত পৰিৱেশ লক্ষ্য হয়। চেণ্ট ষ্টিফেন্‌চ্, খালচা, ৰামজাচ্, কিৰোৰীমল, মিৰাণ্ডা হাউচ, হিন্দু, প্ৰমিলা আৰু শ্ৰীৰাম কমাৰ্চিয়েল কলেজ; তদুপৰি চেণ্ট্ৰেল ইন্‌ষ্টিটিউট অৱ্ এডুকেচন, পেটেল চেষ্ট ইন্‌ষ্টিটিউট, দিল্লী স্কুল অৱ্ ইকনমিক্স, ইন্‌ষ্টিটিউট অৱ্ ইকনমিক্স গ্ৰ'থ, ল ফেকাল্টি বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণতে অৱস্থিত। ইয়াৰ বাহিৰৰ আগশাৰীৰ কলেজৰ ভিতৰত দেলহী আৰু ইন্দ্ৰপ্ৰস্থৰ নাম উল্লেখ কৰিব পাৰি। এই বিলাকৰ উপৰিও দিল্লীত দেলহী পলিটেক্‌নিক, পুশ্বা ইন্‌ষ্টিটিউট অৱ্ এগ্ৰিকালচাৰেল ৰিচাৰ্চ, স্কুল অৱ্ ড্ৰামা, কলেজ অৱ্ আৰ্ট আদি বিভিন্ন শিক্ষানুষ্ঠান আছে। জুলাই মাহত গ্ৰীষ্ম বন্ধৰ পিচতেই প্ৰায় সকলো অনুষ্ঠানতে বছৰৰ শিক্ষাদান আৰম্ভ হয় আৰু এপ্ৰিল মাহত শেষ হয়। এইবিলাকত ভৰ্তি হবৰ বাবে মে' মাহৰ শেষৰপৰা জুন মাহৰ শেষলৈকে দৰ্খাস্ত গ্ৰহণ কৰা হয়।



বৰ্তমান এই বিশ্ববিদ্যালয়ত অসমীয়া ছাত্ৰ-ছাত্ৰীৰ সংখ্যা প্ৰায় ৮০ জন। এই পৰ্য্যন্ত কেইবাজনো অসমীয়া ছাত্ৰই ইয়াৰপৰা সুখ্যাতিৰে কৃতিত্ব অৰ্জন কৰি অসম মাতৃৰ মুখ উজ্জ্বল কৰি ৰাখিছে। ১৯৬১ চনৰ এম-এ পৰীক্ষাত শ্ৰীহীৰেন গোঁহায়ে ইংৰাজী বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰে। একে বছৰতে এম-এচ-চি পৰীক্ষাত শ্ৰীতাৰকেশ্বৰ চৌধুৰীয়ে অঙ্ক বিষয়ত ১ম শ্ৰেণী লাভ কৰে। ১৯৬৩ চনৰ এম-এ আৰু এম-এচ-চি পৰীক্ষাত শ্ৰীমৃণাল মিৰিয়ে দৰ্শন বিষয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান আৰু অৰ্থনীতি বিষয়ত শ্ৰীমদনপ্ৰসাদ বেজবৰুৱা, পদাৰ্থ বিদ্যাত শ্ৰীপৰমা মহন্ত আৰু অঙ্ক বিষয়ত শ্ৰীবাণী সিংহাই প্ৰথম শ্ৰেণী লাভ কৰে। ১৯৬৪ চনৰ এম-এ পৰীক্ষাত প্ৰথম শ্ৰেণী পোৱা ছাত্ৰসকল হ'ল : অৰ্থনীতি বিষয়ত শ্ৰীজিতেন্দ্ৰ গোপাল বৰপূজাৰী আৰু সংস্কৃত বিষয়ত শ্ৰীবিশ্বেশ্বৰ গোস্বামী। এই বছৰৰে এম-এড্ পৰীক্ষাত শ্ৰীদেবেশ্বৰ গগৈয়ে আৰু দিল্লী পলিটেকনিকৰপৰা শ্ৰীভৰতচন্দ্ৰ শৰ্মাই চিত্ৰবিদ্যাত, শ্ৰীচন্দ্ৰধৰ গগৈয়ে টেক্সটাইল টেকনলজী বিষয়ত আৰু শ্ৰীনবীনচন্দ্ৰ বৰাই কেমিকেল ইঞ্জিনীয়াৰিঙত প্ৰথম স্থান অধিকাৰ কৰে।

শ্ৰীচি-ডি দেশমুখ বৰ্তমান এই বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য। তেখেতৰ যত্নত এই বিশ্ববিদ্যালয়ে উত্তৰোত্তৰ আগবাঢ়ি যাব বুলি আশা কৰিব পাৰি।

[ দিল্লী বিশ্ববিদ্যালয় আৰু অন্যান্য দিল্লীৰ বা-বাতৰি জানিব বিচাৰিলে সন্মিলনৰ বাতৰি সম্বাই যোগাব। ঠিকনা : শ্ৰীঅৰূপকুমাৰ দত্ত, চেক্ৰেটৰী, ইন্‌ফৰমেচন বুৰু, আছামীজ ষ্টুডেণ্টচ্ এছোচিয়েচন, ৰামজাচ কলেজ, দিল্লী—৭ ]

### দিল্লী স্কুল অৱ্ ইকনমিক্সৰপৰা : জ্যোতিপ্ৰসাদ ৰাজখোৱা

১৯৪৯ চনত অধ্যাপক ডঃ ভি. কে. আৰ. ভি. ৰাওৰ প্ৰচেষ্টাত দিল্লী বিশ্ববিদ্যালয়ৰ অৰ্থনীতি বিভাগটো ভেঁটি স্বৰূপে লৈ অৰ্থনীতিত উচ্চ

শিক্ষা আৰু গৱেষণাৰ বাবে 'দিল্লী স্কুল অব্ ইকনমিক্স' প্ৰতিষ্ঠা কৰা হয়। প্ৰতিষ্ঠাপক ডঃ ৰাও এই অনুষ্ঠানৰ প্ৰথম পৰিচালক (Director) আৰু তেওঁেত এই পদত ১৯৫৭ চনলৈকে থাকে। অনুষ্ঠানক ইয়াৰ ভিতৰুৱা কাম-কাজ আৰু পৰিচালনাত যথেষ্ট স্বাধীনতা দিয়া হ'লেও, দিল্লী বিশ্ববিদ্যালয়ৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ ওপৰত এই সম্পৰ্কে চূড়ান্ত ক্ষমতা আছে।

অনুষ্ঠানৰ উন্নতি আৰু উৎকৰ্ষ সাধনৰ বাবে আৰু ইয়াক সৰ্বভাৰতীয় অৰ্থনীতি শিক্ষা আৰু গৱেষণা কেন্দ্ৰ কৰি তুলিবৰ বাবে ১৯৫২ চনত জৱহৰলাল নেহৰুৰ সভাপতিত্বত 'দিল্লী স্কুল অব্ ইকনমিক্স চচাইটি' গঠন কৰা হয়। ১৯৫৮ চনত এই চচাইটিয়ে অনুষ্ঠানৰ সকলো দায়িত্ব বিশ্ববিদ্যালয়ৰ এক অবিচ্ছেদ্য অঙ্গ হিচাবে চলি আছে। ১৯৫৯ চনত এই অনুষ্ঠানতে 'সমাজ বিজ্ঞান' (Sociology) আৰু 'মানৱ-ভূগোল' (Human Geography)—এই দুটা বিভাগ খোলা হয়। ১৯৫৯ চনতে বিশ্ববিদ্যালয়ে 'বাণিজ্য' বিভাগৰ বাবে স্বকীয়া কৰ্ম-কৰ্তা (Staff) নিয়োগ কৰে আৰু অনুষ্ঠানৰ 'অৰ্থনীতি আৰু বাণিজ্য' বিভাগৰ অংশ-ৰূপে এই ষ্টাফ ৰখা হয়। ১৯৬২ চনত ব্যৱসায় পৰিচালনা (Business management), ঔদ্যোগিক প্ৰশাসন (Industrial Administration) বিভাগ দুটা অৰ্থনীতি বিভাগৰপৰা পৃথক কৰা হ'ল যদিও দুয়োটা বিভাগ বৰ্তমান অনুষ্ঠানৰ লগতে অৱস্থিত।

'দিল্লী স্কুল অব্ ইকনমিক্স'ত তলত দিয়া বিষয় কেইটাত এম-এ আৰু পি-এইচ্-ডি শিক্ষাৰ ব্যৱস্থা আছে। (১) অৰ্থনীতি, (২) অৰ্থনৈতিক পৰিসংখ্যা (Economic statistics), (৩) মানৱ ভূগোল, (৪) সমাজ বিজ্ঞান, (৫) বাণিজ্য। ইয়াৰ বাহিৰেও 'ভূগোল' আৰু 'ব্যৱসায় আৰু উদ্যোগ পৰিচালনা' (Business & Industrial management)ৰ এবছৰীয়া ডিপ্লোমা শিক্ষাৰো ব্যৱস্থা আছে। ১৯৬৪ চনৰপৰা এম-এ প্ৰিভিয়াচ্ আৰু ফাইনেল ক'ৰ্চ দিল্লী বিশ্ববিদ্যালয়ে ঘোষণা কৰা মতে উপৰোক্ত (১) আৰু (২) নম্বৰ বিষয়বিলাকত আৰম্ভ কৰা হৈছে।

'দিল্লী স্কুল অব্ ইকনমিক্স'ৰ পৰিচালনাৰ ভাৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ মনোনীত এজন পৰিচালকৰ ওপৰত দিয়া হয়। বৰ্তমান স্কুলৰ পৰিচালক ডঃ এম. এচ. আৰ. ৰাও।

বৰ্তমান ইয়াত শিক্ষকৰ সংখ্যা ৪৩ জন। 'অৰ্থনীতি আৰু বাণিজ্য' বিভাগত ২০ জন; 'ব্যৱসায় পৰিচালনা আৰু ঔদ্যোগিক প্ৰশাসন'ত



৬জন; 'সমাজ বিজ্ঞান'ত ৬ জন; 'মানৱ ভূগোল'ত ৬ জন আৰু 'ওপৰঞ্চি ৫ জন।

দিল্লী স্কুল অব্ ইকনমিক্সৰ 'ৰতন টাটা পুথিভঁৰাল' এক অতি আকৰ্ষণীয়া আৰু আপুৰুগীয়া সম্পদ। 'অৰ্থনীতি' বিষয়ত ই এটা বিশেষ ভাৱে সুসজ্জিত পুথিভঁৰাল। বৰ্তমান ইয়াত মুঠ কিতাপৰ সংখ্যা ৪৩ হাজাৰ। তদুপৰি এক হাজাৰৰো বেচি বিভিন্ন কেন্দ্ৰৰপৰা প্ৰকাশিত দেশীয় চৰকাৰ আৰু আন্তৰ্জাতিক অনুষ্ঠানৰ দ্বাৰা প্ৰকাশিত আলোচনী আদি ইয়াত ৰখা হয়। এই পুথিভঁৰালৰ যোগেদি অন্যান্য বিশ্ববিদ্যালয় বা গৱেষণা কেন্দ্ৰৰপৰা 'আন্তঃ পুথিভঁৰাল ধাৰ'ৰ ভিত্তিত কিতাপ আলোচনী আদিও অনাৰ সুবিধা আছে। বছৰৰ পাঁচটা দিন বাদ দি গোটেই বছৰেই পুথিভঁৰাল নিয়মীয়াকৈ খোলা থাকে।

দিল্লী স্কুল অব্ ইকনমিক্সত ভৰ্তি হ'বলৈ হ'লে মে' মাহৰ শেষ ভাগত তলৰ ঠিকনাত এটা টকা পঠাই দি আৱশ্যকীয় ফৰ্ম আদিৰ কাৰণে লিখা আৱশ্যক: ডিৰেক্টৰ, দিল্লী স্কুল অব্ ইকনমিক্স, ইউনিভাৰ্চিটি অব্ দিল্লী, দিল্লী—৭। অনাৰ্চ সহ শতকৰা ৫০ নম্বৰ পোৱা যি কোনো ছাত্ৰ-ছাত্ৰীয়েই এই অনুষ্ঠানৰ এম-এ শ্ৰেণীত ভৰ্তি হ'বৰ বাবে দৰ্খাস্ত কৰিব পাৰে। এম-এৰ প্ৰথম বছৰত ভৰ্তি হবৰ বাবে ১ অক্টোবৰত ১৯ বছৰতকৈ কম বয়স হ'লে, অন্যান্য ক্ষেত্ৰতো ঠিক থাকিলেও বিবেচনা কৰা নহয়। বিশ্ববিদ্যালয়ৰ অন্যান্য কলেজৰ দৰে ১৬ জুলাইৰপৰা ইয়াত নতুন বছৰৰ বাবে শিক্ষা আৰম্ভ কৰা হয়। 'ব্যৱসায় পৰিচালনা' আৰু 'ঔদ্যোগিক প্ৰশাসন'ৰ বাবে বয়স ২২ বছৰতকৈ কম হব নালাগিব। তদুপৰি এই বিষয়ত পঢ়িবলৈ হ'লে তেনে ক্ষেত্ৰত কমেও দুবছৰৰ ব্যৱহাৰিক অভিজ্ঞতা থকা দৰকাৰ।

স্কুলৰ ছাত্ৰসকলে থাকিবৰ বাবে 'গৱায়াৰ হল' আৰু 'জুবিলি হল' আৰু ছাত্ৰীৰ বাবে আই. পি. কলেজ হোষ্টেল আৰু 'মিৰাণ্ডা হাউচ'ত ব্যৱস্থা আছে। হোষ্টেলত ভৰ্তি হ'বৰ বাবে স্কুলৰ নিচিনাকৈ তলত দিয়া ঠিকনালৈ খৰচৰ বাবদ ১ টকা ডাকযোগে পঠাই দিলে আৱশ্যকীয় ফৰ্ম আদি পোৱা যায়।

(১) ৱাৰ্ডেন, গৱায়াৰ হল, ইউনাভাৰ্চিটি অব্ দিল্লী, দিল্লী—৭
(২) প্ৰিন্সিপাল, মিৰাণ্ডা হাউচ, ইউনাভাৰ্চিটি অব্ দিল্লী, দিল্লী—৭
(৩) মাষ্টাৰ, জুবিলি হল, ইউনিভাৰ্চিটি অব্ দিল্লী, দিল্লী—৭
(৪) ৱাৰ্ডেন, আই. পি. কলেজ হোষ্টেল, দিল্লী—৭

ব্যৱসায় পৰিচালনা আৰু উদ্যোগিক প্ৰশাসনৰ শিক্ষা আংশিক সময়ৰ বাবে হোৱা কাৰণে সাধাৰণতে তেনে ছাত্ৰৰ হোষ্টেলৰ ব্যৱস্থা নাই।

পি-এইচ-ডিৰ বাবে বিশ্ববিদ্যালয়ৰ নিয়ম-কানুনৰ ভিতৰত পৰা যি কোনো সময়তে ছাত্ৰ ভৰ্তি কৰা হয়। সাধাৰণতে স্নাতকোত্তৰ পৰীক্ষাত উত্তীৰ্ণ প্ৰথম আৰু দ্বিতীয় শ্ৰেণীৰ উচ্চস্থান পোৱা ছাত্ৰকহে পি-এইচ-ডিৰ বাবে লোৱা হয়। অৱশ্যে এই ক্ষেত্ৰত গৱেষণা শিক্ষকৰ মতৰ ওপৰত ভিত্তি কৰিহে শেষ সিদ্ধান্ত গ্ৰহণ কৰা হয়। এবছৰ সাময়িক ( Casual ) ছাত্ৰ হিচাবে ভৰ্তি হোৱাৰ পিচত ছাত্ৰৰ সেই বছৰত কিমান উন্নাত হৈছে তাৰ ওপৰত নিৰ্ভৰ কৰিহে গৱেষণা কৰাৰ শেষ সিদ্ধান্ত দিয়া হয়। সাময়িক ছাত্ৰ হিচাবে নাম ভৰ্তি কৰাৰ পাঁচ বছৰৰ ভিতৰত 'থিচিচ্' জমা দিব লাগিব।

এইয়ে দিল্লী স্কুল অব্ ইকনমিক্সৰ শিক্ষা আদিৰ বিষয়ে চমু কথা। অনুষ্ঠানৰ ছাত্ৰসকলৰ মাজত সম্প্ৰীতিৰ ভাব জগাই ৰাখিবলৈ আৰু বিভিন্ন বিষয়ত আলোচনা বক্তৃতা আৰু বিভিন্ন অনুষ্ঠানিক কাম-কাজ চলাবৰ বাবে স্কুলৰ আটাইতকৈ লেখত লবলগীয়া ছাত্ৰ আৰু শিক্ষকৰ ইউনিয়ন —'স্কুল ফ্ৰেটাৰনিটি'।

# দিল্লী অসমীয়া ছাত্ৰ সন্মিলন

## উদ্দেশ্য আৰু কাৰ্য্যাৱলী

১৯৬০ চনৰ ৭ আগষ্টৰ দিনা দিল্লী অসমীয়া ছাত্ৰ সন্মিলনৰ জন্ম। স্বৰূপাৰ্থত, দিল্লী নিবাসী সকলো ছাত্ৰ-ছাত্ৰীকেই ইয়াৰ সদস্য হিচাবে গণ্য কৰা হয়। অসমীয়া ছাত্ৰ-ছাত্ৰী বুলিলে অসমৰ ভৌগোলিক সীমাৰ ভিতৰত বসতি কৰা আৰু অসমৰ ভাষা-সংস্কৃতিৰ প্ৰতি অনুৰাগশীল সকলো ছাত্ৰ-ছাত্ৰীকেই ধৰা হয়।

এই সন্মিলনৰ মুখ্য উদ্দেশ্য হৈছে, দিল্লীবাসী অসমীয়া ছাত্ৰ-ছাত্ৰীৰ মাজত বন্ধু ভাব বৃদ্ধি কৰা, ছাত্ৰ হিচাবে তেওঁলোকৰ স্বাৰ্থ ৰক্ষাত সহায় কৰা আৰু দেশৰ এই অঞ্চলত অসম আৰু অসমীয়া সংস্কৃতিৰ প্ৰতিনিধিত্ব কৰা।

এই উদ্দেশ্যসমূহ আগত ৰাখি সন্মিলনে সময়ে সময়ে সভা-সমিতি আহ্বান কৰি বিভিন্ন বিষয়ৰ আলোচনা কৰে, দেশত কোনো গুৰুত্বপূৰ্ণ পৰিস্থিতিৰ উদ্ভৱ হ'লে যথাসম্ভৱ সাহায্য আগবঢ়ায়; অৱস্থানুসৰি দেশৰ পৰিস্থিতি আলোচনাৰ বাবে বিশিষ্ট ব্যক্তিক বক্তৃতাৰ বাবে আহ্বান জনায়। ইয়াৰ উপৰিও সন্মিলনে অসমীয়া জাতীয় উৎসৱাদি পালন কৰে আৰু সংস্কৃতিমূলক প্ৰদৰ্শনী আদিৰো ব্যৱস্থা কৰে।

বৰ্তমানে এই সন্মিলনে পাঁচ বছৰত ভৰি দিছেহি। এই পৰ্য্যন্ত, সম্পাদন কৰা ইয়াৰ উল্লেখযোগ্য কাৰ্য্যাৱলীৰ এটি চমু আভাস তলত দিয়া হ'ল:

১৯৬১ চন, বিহাৰৰ প্ৰবল বানপানীৰ উপদ্ৰৱত প্ৰপীড়িত জন-সাধাৰণৰ সাহায্যাৰ্থে সন্মিলনে বৰঙনি সংগ্ৰহ কৰি কিছু টকা প্ৰধান মন্ত্ৰীৰ সাহায্য পুঁজিলৈ পঠিয়ায়।

১৯৬২ চন, চীনৰ নগ্ন আক্ৰমণৰ সময়ত সদৌ ভাৰতবাসীৰ লগতে এই সন্মিলনৰ সদস্য সকলো সজাগ হৈ উঠিছিল; ভাৰতৰ প্ৰহৰী স্বৰূপ অসমৰ ছাত্ৰ-ছাত্ৰী হিচাবে নিজৰ দায়িত্ব বুজিছিল। সেইহে অৰ্থৰ ফালৰপৰাই নহয়, অন্য ফালৰপৰাও কিঞ্চিৎ হ'লেও বৰঙনি যোগাবলৈ প্ৰয়াস পাইছিল।

অক্টোবৰৰ ২৯ তাৰিখে সন্মিলনৰ ৪০ গৰাকী সভ্য-সভ্যাই সেই সময়ৰ গৃহমন্ত্ৰী শ্ৰীলাল বাহাদুৰ শাস্ত্ৰীক তেখেতৰ বাসভৱনত লগ ধৰি জনাইছিল যে দেশৰ নিৰাপত্তা, স্বাধীনতা আৰু সন্মান ৰক্ষাৰ্থে কৰা চৰকাৰৰ সকলো প্ৰচেষ্টাতে সন্মিলনৰ পূৰ্ণ সহযোগিতা আছে। ইয়াৰ পূৰ্বে অক্টোবৰৰ ২৫ তাৰিখে সেই সময়ৰ মাদ্ৰাজৰ ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াক সকলো সদস্যই ৰাষ্ট্ৰপতি ভৱনত সাক্ষাৎ কৰে। অসমীয়া ছাত্ৰ-ছাত্ৰী হিচাবে সকলোৰে গুৰু দায়িত্বৰ কথা তেখেতে সোঁৱৰাই দিছিল। শাস্ত্ৰী আৰু মেধিৰ পৰামৰ্শক ৰূপ দিবলৈ ইচ্ছা প্ৰকাশ কৰি দেশৰ পৰিস্থিতি সম্পৰ্কে আলোচনা কৰিবলৈ ২৮ অক্টোবৰ তাৰিখে সন্মিলনে এখনি সাধাৰণ সভা আহ্বান কৰে। সেই সভাতেই প্ৰস্তাৱ গ্ৰহণ কৰি সন্মিলনৰ দৃঢ় প্ৰতিজ্ঞা আৰু চৰকাৰৰ লগতে পূৰ্ণ সহযোগিতাৰ কথা আনুষ্ঠানিকভাৱে প্ৰকাশ কৰে। অন্য এটি প্ৰস্তাৱ অনুসৰি দেশৰ এনে পৰিস্থিতিত সন্মিলনৰ কৰ্তব্যৰ কথা প্ৰকাশ কৰি আৰু গুণীসকলৰ পৰামৰ্শ অসমৰ ছাত্ৰ সমাজৰ মাজত প্ৰচাৰ কৰিবলৈ সন্মিলনে এখন গোহাৰি ছপা কৰে আৰু অসমৰ প্ৰায় প্ৰতিখন স্কুল-কলেজ আৰু উল্লেখযোগ্য অনুষ্ঠানলৈ এই গোহাৰি পঠিয়ায়। অন্য এটি প্ৰস্তাৱ অনুসৰি দেশ-ৰক্ষা পুঁজিলৈ বৰঙনি যোগোৱাৰ বিষয়েও সিদ্ধান্ত গ্ৰহণ কৰে। সেই অনুসৰি সন্মিলনৰ সভ্য-সভ্যাৰ উপৰিও দিল্লী নিবাসী অসমীয়া ৰাইজৰ সাহায্যত দেশ-ৰক্ষা পুঁজিলৈ ১৬০ টকা আৰু দুটি সোণৰ আঙঠি পঠিয়ায়। ইয়াৰ পিচত নবেম্বৰৰ ১৮ তাৰিখে যেতিয়া চীনা শত্ৰুৱে ব'মদিলা দখল কৰিলেহি স্বাভাৱিকতেই সকলো অধিক উত্তেজিত হৈ উঠিল। অসমৰ সংসদী সদস্য শ্ৰীহেম বৰুৱাৰ লগত আলোচনা কৰি ২০ নবেম্বৰৰ দিনা পুৱা সন্মিলনৰ সকলো সভ্যাই প্ৰধান মন্ত্ৰী নেহৰুক তেখেতৰ বাসভৱনত সাক্ষাৎ কৰে। কিন্তু অসমৰ গুৰুত্বপূৰ্ণ পৰিস্থিতি আৰু এই বিষয়ে বিশদভাৱে আলোচনা কৰিবলৈ বিচৰাত নেহৰুৱে সন্মিলনৰ এটি প্ৰতিনিধি দলকহে সাক্ষাৎ দিবলৈ সন্মতি প্ৰকাশ কৰে। সেই অনুসৰি ২২ নৱেম্বৰৰ বিয়লি ৪ বজাত লোকসভাৰ তেখেতৰ কাৰ্য্যালয়ত সন্মিলনৰ ১০ জন সভ্য-সভ্যাই তেখেতক লগ ধৰি প্ৰায় ৪০ মিনিট সময় আলোচনা কৰে। নেহৰুৱে



অসমীয়া ৰাইজৰ সাহস আৰু মানসিক প্ৰস্তুতিৰ শলাগ লয়। অসমীয়া ৰাইজৰ ভাৱক প্ৰতিফলিত কৰিবৰ চেষ্টা কৰি নেহৰুক বুজাবলৈ চেষ্টা কৰা হৈছিল যে বিপদৰ ধুমুহা যিমানেই বেচি নহওক লাগে অসমীয়াই সাহসেৰে থিয় দিব, কিন্তু ভাৰতৰ সীমান্তবৰ্তী অসমৰ নিৰাপত্তাৰ বিষয়ে চৰকাৰে সকলো প্ৰকাৰৰ চেষ্টা কৰিব লাগিব। নেহৰুৱে উত্তৰত কয়, "Assam will be defended at all cost."

ইয়াৰ বাহিৰেও একে বছৰৰে চেপ্টেম্বৰ মাহৰ ৫ তাৰিখে অসমত হোৱা প্ৰবল বানপানীত প্ৰপীড়িত ৰাইজৰ সাহায্যাৰ্থে সন্মিলনে ৬০ টকাৰ বৰঙনি এটি মুখ্যমন্ত্ৰী চলিহাদেৱলৈ আগবঢ়ায়।

দিল্লীৰ অসমীয়া ছাত্ৰ-ছাত্ৰীৰ সুবিধাৰ্থে আৰু অন্যান্য জ্ঞাত কাৰণত অসমীয়া আৰু অন্য ভাষাৰ আলোচনী আৰু কিতাপ-পত্ৰ লৈ এটি পুথিভঁৰালৰ প্ৰয়োজনীয়তা এই বছৰতে উপলব্ধি কৰা হয়। এই বিষয়ে সন্মিলনৰ তৰফৰপৰা সৰুকৈ এখন আঁচনিও অসম চৰকাৰলৈ পঠোৱা হয় আৰু অসমৰ শিক্ষামন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱাৰপৰা সহানুভূতি-সূচক আশ্বাসো পোৱা হয়। তেখেতে কয় যে পুথিভঁৰাল এটিৰ বাবে যথেষ্ট পৰিমাণৰ ঠাইৰ অভাৱ; কিন্তু অসম চৰকাৰৰ পৰিকল্পনা মতে দিল্লীৰ 'অসম হাউছ'ৰ কিছু অংশ বৃদ্ধি কৰাৰ লগে লগে তাতে এটি পুথিভঁৰাল স্থাপনৰ কথাও চৰকাৰে বিশেষভাৱে বিবেচনা কৰিব।

১৯৬৩ চনত এবাৰ সন্মিলনৰ সকলো সভ্য-সভ্যাই ৰাষ্ট্ৰপতি ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণনক তেখেতৰ বাসভৱনত সাক্ষাৎ কৰি অসমৰ সমস্যাৱলীৰ কথা বিবৰি কয় আৰু যথেষ্ট আশ্বাসো পায়।

১৯৬৪ চন, দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া ভাষা শিক্ষাৰ কোনো বন্দোবস্ত নথকাৰ কথা লৈ সন্মিলনৰ তৰফৰপৰা উপাচাৰ্য্য শ্ৰী চি. ডি. দেশমুখক এই বিষয়ে জনোৱা হয়। তেখেতে উত্তৰত জনায় যে অসমীয়া ভাষা শিক্ষা আৰম্ভ কৰাৰ বিষয়ে তেখেতে চিন্তা কৰিছে। অসমীয়া আৰু অন্য ছাত্ৰই বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰাৰ আগতে দিল্লীত থকাৰ ব্যৱস্থা কৰিবলৈ জনোৱা অনুৰোধত আশ্বাসসূচক উত্তৰ পায়। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষাৰ ফলাফল অন্য বিশ্ববিদ্যালয়তকৈ পলমকৈ ওলোৱাৰ বাবে বাহিৰত পঢ়িবলৈ অহা অসমীয়া ছাত্ৰৰ অসুবিধাৰ বিষয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ দৃষ্টি আকৰ্ষণ কৰা হয়।

এই সকলোবিলাকৰ উপৰিও সন্মিলনে সময়ে সময়ে সাংস্কৃতিক অনুষ্ঠান, বনভোজ আদিৰ আয়োজন কৰি আহিছে। দিল্লীৰ শিক্ষা আৰু

বিভিন্ন ৰা-ৰাতৰি যোগোৱাৰ উদ্দেশ্যেৰে সন্মিলনৰ এটি ৰা-ৰাতৰি সম্বা আছে আৰু ইয়াৰ জৰিয়তে ৰা-ৰাতৰি যোগাই অহা হৈছে।

সন্মিলনৰ তৰফৰপৰা স্মৃতি-গ্ৰন্থ এখনি প্ৰকাশ কৰাৰ সিদ্ধান্ত বহু-দিনৰ পূৰ্বেই লোৱা হৈছিল। ১৯৬৩ চনতেই ইয়াৰ কাম ক্ষীপ্ৰ গতিৰে আগ বাঢ়ে। কিন্তু অনেক অসুবিধা অতিক্ৰম কৰিবলগীয়া হোৱাত মাথোন এই বছৰতহে ই প্ৰকাশৰ পথলৈ আহিল।

সদৌ পাঠক-সমাজলৈ ধন্যবাদ জ্ঞাপন কৰি ইয়াতে সামৰিলোঁ।

জ্যোতিপ্ৰসাদ ৰাজখোৱা
সম্পাদক, অসমীয়া ছাত্ৰ সন্মিলন
দিল্লী
১৯৬৪-৬৫ চন।